ৰাষ্ট্ৰীয় জীৱন চৰিত

# আৰ. জি. ভাণ্ডাৰকাৰ

এইচ. এ. ফাড়কে

অনুবাদ

প্ৰবীণা শইকীয়া

নেশ্যনেল বুক ট্ৰাষ্ট, ইণ্ডিয়া

# সূচীপত্ৰ

# পাতনি

অতীত কালৰে পৰা এইখন দেশে বিভিন্ন ক্ষেত্ৰত যুগজয়ী ব্যক্তিৰ জন্ম দি আহিছে। কলা, সাহিত্য, ৰাজনীতি, বিজ্ঞান আৰু আন আন বিষয়ত উল্লেখযোগ্য বৰঙণি আগবঢ়োৱা ব্যক্তিৰ নামেৰে আমাৰ ইতিহাসৰ পৃষ্ঠা ভৰি আছে। ইয়াৰে কিছুমান নাম প্ৰতিজন মানুহৰ মুখে মুখে। এনেকুৱা কেইজনমান লোকো আছে, যাৰ নাম আমাৰ প্ৰত্যেকৰে মুখে মুখে যদিও তেওঁলোকৰ জীৱন আৰু কামৰ বিষয়ে আমি বৰ বেছি কথা নাজানো। আকৌ আন কেইজনমান সৰ্বসাধাৰণৰ মাজত বৰ বেছি পৰিচিত নহ'লেও তেওঁলোকে জীৱনত অভাৱনীয় সাফল্য লাভ কৰিছিল।

এখন দেশৰ ইতিহাস, বহু ক্ষেত্ৰত সেইখন দেশৰ মহান পুৰুষ আৰু মহীয়সী নাৰীসকলৰ জীৱনৰ ইতিহাস বুলিব পাৰি। তেওঁলোকেই দেশৰ ইতিহাস গঢ় দিয়ে। আমাৰ দেশখনেনো কেনেকৈ বিকাশৰ পথত আগবাঢ়িবলৈ সক্ষম হৈছিল সেই কথা হৃদয়ঙ্গম কৰাৰ বাবে সাধাৰণ নাগৰিকে এইসকল ব্যক্তিৰ জীৱনৰ বিষয়ে কিছু কথা জনাটো প্ৰয়োজনীয়।

গভীৰ প্ৰজ্ঞা, সামাজিক আৰু ধৰ্মীয় সংস্কাৰক হিচাপে কৰা কাম আৰু সত্যৰ প্ৰতি জীৱনজোৱা উৎসৰ্গাৰ বাবে ৰামকৃষ্ণ গোপাল ভাণ্ডাৰকাৰে 'মহৰ্ষি' উপাধি লাভ কৰিছিল। পশ্চিমীয়া সভ্যতাৰ প্ৰভাৱৰ ফলত ভাৰতীয় সমাজত হোৱা পৰিবৰ্ত্তনৰ প্ৰক্ৰিয়াটোত গুৰুত্বপূৰ্ণ ভূমিকা পালন কৰা ভাৰত মাতাৰ সন্তানসকলৰ ভিতৰত তেওঁ এজন আছিল। তেওঁৰ সমসাময়িক ব্যক্তি দাদাভাই নৌৰজী আৰু ন্যায়াধীশ এম. জি. ৰানাডেৰ দৰে ভাণ্ডাৰকাৰে দেশৰ ৰাজনৈতিক ঘটনাৱলীত সক্ৰিয়ভাবে অংশ গ্ৰহণ কৰা নাছিল; তথাপিও, দেশৰ ঐতিহ্যমণ্ডিত অতীতৰ ওপৰত ৰাষ্ট্ৰীয় গৌৰৱ জাগ্ৰত কৰাত তেওঁৰ অনবদ্য ভূমিকাৰ গুৰুত্ব কেতিয়াও অস্বীকাৰ কৰিব নোৱাৰি। প্ৰাচ্য বিষয়সমূহ অধ্যয়নৰ পথত তেওঁ আগবঢ়োৱা অৱদানে তেওঁক ইউৰোপীয় পণ্ডিতসকলৰ সমকক্ষ কৰি তুলিছিল। নিজৰ বুৰঞ্জীমূলক লিখনিসমূহৰ জৰিয়তে ভাৰতৰ বৰ্ণাঢ্য ঐতিহ্যক অমৰত্ব প্ৰদান কৰি আৰু ভিয়েনাত অনুষ্ঠিত প্ৰাচ্যবিদসকলৰ অভিৱৰ্তনত ভাৰতীয় প্ৰজ্ঞাৰ পৰিচয় দাঙি ধৰি ভাণ্ডাৰকাৰে ভাৰতীয়সকলৰ আত্মবিশ্বাস বঢ়াই তুলিছিল। প্ৰাচ্যবিদ্যা সম্পৰ্কীয় প্ৰজ্ঞা আৰু বিস্তৃত গৱেষণাৰ স্বাক্ষৰ বহন কৰা তেওঁৰ লিখনিসমূহ অতুলনীয় আছিল। প্ৰাৰ্থনা সমাজৰ এজন আগশাৰীৰ নেতা হিচাপে তেওঁ হিন্দুধৰ্মৰ শ্ৰেষ্ঠ দিশসমূহৰ

যথাযথ ৰক্ষণাবেক্ষণৰ পোষকতা কৰিছিল। সেই সময়ত নব্য শিক্ষিত শ্ৰেণীটোৱে প্ৰায়েই আওকাণ কৰা কবি—ঋষি তুকাৰাম, জ্ঞানেশ্বৰ, নামদেৱ আৰু একনাথৰ ৰচনাসমূহ অধ্যয়নত উদ্‌গনি যোগাই ভাণ্ডাৰকাৰে এইসকল লোকক তেওঁলোকৰ ন্যায্য আসনত প্ৰতিষ্ঠিত কৰাৰ লগতে পৌৰাণিক মাৰাঠী সাহিত্যৰো এক ডাঙৰ সেৱা কৰে। বুদ্ধিজীৱী হিচাপে তেওঁ কৰা কামে দুই পুৰুষৰো অধিক পণ্ডিতসকলক অনুপ্ৰেৰণা যোগাই আহিছে আৰু সেয়েহে উত্তৰ পুৰুষ তেওঁৰ প্ৰতি গভীৰভাৱে কৃতজ্ঞ।

ভাণ্ডাৰকাৰ প্ৰাচ্যবিদ্যা গৱেষণা প্ৰতিষ্ঠানে আজিও তেওঁৰ মহানতাৰেই পৰিচয় দাঙি ধৰে। তেওঁ এই প্ৰতিষ্ঠানৰ প্ৰথম সভাপতি আছিল। প্ৰধানকৈ প্ৰাচ্যবিদ্যাৰ গৱেষণাৰ বাবে থকা এই প্ৰতিষ্ঠান 'মহাভাৰত'ৰ এক সমালোচনাত্মক গ্ৰন্থৰ বাবে বিশ্বপ্ৰসিদ্ধ হৈ পৰিছিল। ইয়াৰোপৰি দুবছৰৰ মূৰে মূৰে এই প্ৰতিষ্ঠানে আয়োজন কৰা সৰ্বভাৰতীয় প্ৰাচ্যবিদ্যা অভিবৰ্তনে ভাৰতবিদ্যাৰ অধ্যয়নৰ ক্ষেত্ৰত উল্লেখযোগ্য অৱদান যোগাই আহিছে।

প্ৰকৃতিৰ আশীৰ্বাদত তেওঁ ৮৯ বছৰীয়া এক দীৰ্ঘজীৱন লাভ কৰিছিল। তেওঁৰ সান্নিধ্যত থকা সকলোৰে প্ৰতি তেওঁৰ প্ৰগাঢ় প্ৰেম আছিল। যিসকল লোক বা অন্য প্ৰতিষ্ঠানক সহায়ৰ প্ৰয়োজন আছিল, তেনে ব্যক্তি বা প্ৰতিষ্ঠানক তেওঁ মুক্তহস্তে সহায় আগবঢ়াইছিল। দেশৰ বাবে কষ্ট স্বীকাৰ কৰা লোকসকলৰ প্ৰতি তেওঁৰ প্ৰগাঢ় শ্ৰদ্ধা আছিল। 'কেশৰী' পত্ৰিকাত তেওঁক কেইবাবাৰো কটু সমালোচনা কৰা লোকমান্য বাল গংগাধৰ তিলকৰ প্ৰতিও আনকি তেওঁৰ গভীৰ শ্ৰদ্ধা আছিল। এজন শিক্ষক, এজন শিক্ষাবিদ আৰু এজন সামাজিক তথা ধাৰ্মিক সংস্কাৰক হিচাপে তেওঁ যথাৰ্থতে আধুনিক ভাৰতৰ এজন অগ্ৰণী প্ৰতিনিধি আছিল। দেশৰ জণগণৰ ধাৰ্মিক আৰু নৈতিক উৎকৰ্ষ সাধনেই তেওঁৰ জীৱনৰ অন্যতম লক্ষ্য আছিল। তেওঁৰ দ্বাৰা ৰচিত 'ধৰ্মপৰলেখা ৱ ব্যাখ্যানা'ত প্ৰতিফলিত গুণৰাশিৰ বাবেই ন্যায়াধীশ ৰানাডেই তেওঁৰ প্ৰতি শ্ৰদ্ধাৰ্ঘ নিবেদন কৰিছিল এনেদৰে, 'তেওঁ আমাৰ বাবে এনে এক উদাহৰণ বা এনে এজন শিক্ষক যাৰপৰা আমি আমাৰ জীৱনৰ বাবে প্ৰয়োজনীয় সৰ্বশ্ৰেষ্ঠ শিক্ষা গ্ৰহণ কৰিব পাৰোঁ।'

খ্যাতনামা পণ্ডিত আৰু বুৰঞ্জীবিদ ড. এইচ. এ. ফাড়কেই লিখা এই চমু জীৱনীগ্ৰন্থৰ জৰিয়তে শিক্ষিত পাঠকসকলে ভাৰত মাতাৰ মহান সন্তান ৰামকৃষ্ণ গোপাল ভাণ্ডাৰকাৰে দেশলৈ আগবঢ়োৱা অনবদ্য অৱদানৰ কথা জানিব পাৰিব।

নতুন দিল্লী

**বি. ভি. কেচকাৰ**

## বাল্যকাল আৰু শিক্ষা

ৰামকৃষ্ণ গোপাল ভাণ্ডাৰকাৰে ১৮৩৭ চনৰ ৬ জুলাইৰ দিনা মালৱাণত এটা সাৰস্বত ব্ৰাহ্মণ পৰিয়ালত জন্ম গ্ৰহণ কৰে। সেইসময়ত তেওঁৰ পিতাক গোপাল লাডকো মামলাতদাৰৰ কাছাৰীৰ এজন কেৰাণী আছিল। প্ৰবাদ অনুযায়ী ভাণ্ডাৰকাৰৰ বংশৰ এজন উপৰিপুৰুষে কোনোবা কালত কোষাধ্যক্ষৰ কাম কৰিছিল আৰু তেতিয়াৰপৰা তেওঁলোকৰ বংশটো ভাণ্ডাৰকাৰ নামে জনাজাত হ'ল। কিন্তু মালৱণৰ এই বংশটোক পাটকিচ বুলিহে জনা যায়। ১৭৯৫ চনত এই বংশৰ ৱিঠল গণেশক মালৱণত এজন শুল্ক বিষয়া হিচাপে নিযুক্তি দিয়া হৈছিল। সেই সময়ত মালৱাণ কহলাপুৰ ৰাজ্যৰ বিখ্যাত বাণিজ্য কেন্দ্ৰ আছিল। প্ৰতি বস্তা শস্যৰ বাবে এক পচাকৈ[১] শুল্ক কৰ আদায় কৰা হৈছিল। পচা সংগ্ৰহৰ দায়িত্বত থকা বিষয়াসকলক ফাচকিচ বোলা হৈছিল, পাচত এওঁলোক পাটকিচ নামে জনাজাত হৈছিল। এই সুবিধা গ্ৰহণৰ বিনিময়ত পাটকিচসকলে চৰকাৰক এক নিৰ্দ্ধাৰিত পৰিমাণৰ ধন দিবলগীয়া হৈছিল। ১৮১২ চনত ডান্‌লপৰ ৰেচিডেণ্টশ্বিপৰ (ৰাজ প্ৰতিনিধিত্ব) কালত এই নিয়ম উচ্ছেদ কৰা হয়। ইয়াৰ সৈতে জড়িত পৰিয়ালবোৰক ১৮১৬ চনত পেন্সন দিয়া হয়। ভাণ্ডাৰকাৰৰ পৰিয়ালটোৱেও বছৰি ষাঠী টকাকৈ পেন্সন পাইছিল।

ভাণ্ডাৰকাৰৰ ককাক লাড' ৱিঠল স্থানীয় প্ৰতিপত্তি থকা লোক আছিল। ১৮১২ চনত মালৱাণ আৰু দাঁতি-কাষৰীয়া অঞ্চল যেতিয়া বৃটিছৰ অধীনলৈ আহিল তেতিয়া সেই অঞ্চলৰ শাসন কাৰ্যত তেওঁ বিশেষ সহায় আগবঢ়াইছিল। শ্ব আৰু ডানলপ—এই দুজন ৰেচিডেণ্টৰ অধীনত তেওঁ আগবঢ়োৱা সেৱাৰ বাবে পুৰস্কাৰ স্বৰূপে তেওঁক অলপ মাটি দিয়া হ:'ল। সেই মাটিখিনি ভাণ্ডাৰকাৰ পৰিয়ালৰ দখলত থাকি গ'ল।

ভাণ্ডাৰকাৰৰ প্ৰাথমিক শিক্ষা মালৱাণতেই আৰম্ভ হৈছিল যদিও তাত তেওঁ সৰহ দিন থাকিবলগীয়া নহ'ল। তেওঁৰ পিতাকক ৰাজাপুৰলৈ বদলি কৰাৰ লগে লগে তেওঁ পিতাকৰ লগতে গুচি যাবলগীয়া হ'ল। সময়ত গোপালৰাওৰ পদোন্নতি হৈ তেওঁ

---
১. এটা জোখ

মহলকাৰীৰ পদ পালে আৰু শেষত তেওঁ মামলাতদাৰ[২] হয়গৈ। কিছুদিনৰ পিছত একাউণ্ট বিভাগলৈ বদলি হৈ ৰত্নগিৰিলৈ আহে। এনেধৰণৰ জীৱন পৰিয়ালটোৰ বাবে অসুবিধাজনক আছিল যদিও ভাণ্ডাৰকাৰৰ জীৱনৰ বাবে ইয়াৰ বিশেষ মূল্য আছিল। ৰত্নগিৰিতেই তেওঁ ইংৰাজী অধ্যয়নৰ সুবিধা পালে। সেই সময়ত তেওঁৰ বয়স আছিল দহ বছৰ।

১৮৪৭ চনৰ লগে লগে ভাণ্ডাৰকাৰৰ ইংৰাজী শিক্ষা আৰম্ভ হ'ল। ইংৰাজী শিক্ষাক অতিশয় সন্দেহৰ চকুৰে চোৱা সেই সময়ৰ মহাৰাষ্ট্ৰৰ সামাজিক পৰিবেশত গোপালৰাওৱে পুতেকক ইংৰাজী স্কুলত নাম লগাই দিয়াটো এটা সাহসী পদক্ষেপ বুলি স্বীকাৰ কৰিবই লাগিব।

তেতিয়া এই সময়ছোৱা 'বম্বে প্ৰেচিডেন্সি' বুলি জনাজাত আছিল। এই সময়ছোৱা সামাজিক আৰু শৈক্ষিক ক্ষেত্ৰত উল্লেখযোগ্য ঘটনাৰে পৰিপূৰ্ণ। ১৮১৯ চনত এলফিন্‌ষ্টোনক মুম্বাইৰ গৱৰ্ণৰ নিয়োগ কৰা হয়। শিক্ষা[৩] সম্পৰ্কে দিয়া প্ৰতিবেদনৰ বাবে তেওঁ বিখ্যাত হৈ পৰে। সেই প্ৰতিবেদনত মুম্বাই আৰু পুণেত ইংৰাজী স্কুল খোলাৰ বাবে অনুমোদন জনোৱা হয় আৰু তাত ইংৰাজী ভাষাক দ্বিতীয় ভাষা হিচাপে শিকোৱাৰ ব্যৱস্থা গ্ৰহণ কৰা হয়। ১৮৩৫ চনত শিক্ষাজগতত অধুনা বিখ্যাত "মাইনিউট অৱ মেকলে"[৪] প্ৰকাশ পালে। তাত পছিমীয়া শিক্ষাৰ পৃষ্ঠপোষকতা কৰা হৈছিল। ১৮৪২ চনলৈকে, এই সময়ছোৱাৰ ভিতৰত সমগ্ৰ মহাৰাষ্ট্ৰত ইংৰাজী স্কুলসমূহ স্থাপন কৰা হয়। ইয়াৰ পিছতে চাৰ চাৰ্লচ উডৰ[৫] বিখ্যাত নিৰ্দেশনামা ১৮৫৩ চনত জাৰি কৰা হৈছিল।

এই নতুন পদক্ষেপসমূহৰ ফলশ্ৰুতি হিচাপে ৰত্নগিৰিতো এখন ইংৰাজী স্কুল স্থাপন কৰা হয়। ভাণ্ডাৰকাৰে তাতেই প্ৰাথমিক শিক্ষা সম্পূৰ্ণ কৰে। অতি কোমল বয়সতে ভাণ্ডাৰকাৰৰ শিক্ষাৰ প্ৰতি থকা ধাউতি আৰু উৎসাহ প্ৰশংসনীয় আছিল, কিয়নো তেওঁৰ উপৰি পুৰুষসকলৰ এজনেও আনুষ্ঠানিক শিক্ষা গ্ৰহণ কৰা নাছিল। ৰত্নগিৰিৰ শিক্ষা সাং কৰি উচ্চশিক্ষাৰ বাবে তেওঁ মুম্বাইলৈ যাবলৈ স্থিৰ কৰিলে।

---

২. প্ৰশাসনিক বিষয়া

৩. তেওঁৰ Educational Minute ত (৩ ডিচেম্বৰ, ১৮২৩) এলফিনষ্টনে শিক্ষাত ৰাষ্ট্ৰৰ উদগনি আৰু নিয়ন্ত্ৰণ, ৰাজহুৱা আৰু চৰকাৰী প্ৰচেষ্টাৰ মাজত সহযোগিতা আৰু অনুদান প্ৰণালী সম্পৰ্কে এটা নীতি নিৰ্দ্ধাৰণ কৰে।

৪. মেকলেই লিখিছে, পশ্চিম ইউৰোপৰ ভাষাৰ ক্ষেত্ৰত সভ্য ৰুচদেশে টাৰ্টাৰসকলৰ বাবে যি কৰিছে, তেওঁলোকে (ইংৰাজসকলে) হিন্দুসকলৰ বাবে তাকে কৰিব তাত মোৰ সন্দেহ নাই।

৫. ভাৰতবৰ্ষৰ শিক্ষাৰ ক্ষেত্ৰত ই এটা মাইলৰ খুটি। প্ৰতিখন ৰাজ্যতে শিক্ষাৰ দপ্তৰ এটা মুকলি কৰিবলৈ ই অনুমোদন জনাইছিল। বিশ্ববিদ্যালয় প্ৰতিষ্ঠা আৰু শিক্ষা সংক্ৰান্ত বিষয়ত থলুৱা প্ৰচেষ্টাক উৎসাহ দিছিল।

জ্ঞানৰ প্ৰতি এই তৃষ্ণা, পৰিবেশৰ তুলনাত তেওঁৰ নিজৰ জন্মগত প্ৰবৃত্তিয়েহে জগাই তুলিছিল।

সেই সময়ত এলফিন্‌ষ্টোন্ ইন্‌ষ্টিটিউট্ অব বম্বে' শিক্ষাৰ এক মহান কেন্দ্ৰ স্বৰূপে গঢ় লৈ উঠিছিল। ইয়াতেই বাল শাস্ত্ৰী জাম্ভেকাৰ আৰু দাদাভাই নৌৰজীয়েও কাম কৰিছিল। পিছলৈ জাষ্টিচ্ এম. জি. ৰানাডে, জাষ্টিচ্ কে. টি. টেলাং, ফিৰোজশ্বাহ মেহতা আৰু মামা পৰমানন্দয়ো[৬] এই বিখ্যাত শিক্ষানুষ্ঠানত শিক্ষা গ্ৰহণ কৰিছিল। অমায়িক স্বভাৱ, অগাধ পাণ্ডিত্য আৰু সবাৰে উপৰি তেওঁৰ উচ্চ নৈতিক চৰিত্ৰৰ বাবে দাদাভাই নৌৰজী তেতিয়া তাৰ অতিশয় জনপ্ৰিয় লোক আছিল। ভি. এল. মাণ্ডলিক, এম্. বাৰৱে, আৰু জি. ভি. পৰাঞ্জপে আদি ভাণ্ডাৰকাৰৰ অগ্ৰজ সমকালীনসকলেও তাত নাম ভৰ্তি কৰিছিল। তেওঁলোকে উল্লেখযোগ্য ভাবে উন্নতি লাভ কৰাৰ কথা ভাণ্ডাৰকাৰৰ কাণত পৰিছিল। তেওঁ নিজেও যশস্যা লাভ কৰিবলৈ মন মেলিলে। ১৯১৪ চনত "মনোৰঞ্জন"ৰ বসন্ত সংখ্যাত প্ৰকাশ পোৱা এটা সাক্ষাৎকাৰত তেওঁ কৈছিল যে প্ৰকৃতপক্ষেই ভি. এন্. মাণ্ডলিক, এন্. ভি. বাপট, পি. জে. টাল্যাৰখান আদিৰ পৰীক্ষাৰ সুফলে তেওঁক বৰ প্ৰভাৱান্বিত কৰিছিল। ৰত্নগিৰি নিবাসী মাণ্ডলিকৰ সফলতাকে তেওঁ বিশেষভাৱে আদৰ্শ কৰি লৈছিল।[৭]

পছিমীয়া শিক্ষাৰ প্ৰতি থকা তেওঁৰ ধাউতিক পিতাকে উদগনি দিছিল। তেওঁ নিজৰ ল'ৰাৰ মন বুজি পাইছিল। আৰু তেওঁৰ মাজত ভৱিষ্যতৰ এক বিশাল প্ৰতিশ্ৰুতিৰ সম্ভেদ পাই আনন্দিত হৈছিল। সেইবাবে তেওঁ মুম্বাইত ভাণ্ডাৰকাৰৰ শিক্ষাৰ ব্যৱস্থা কৰিলে। ১৮৫৩ চনৰ জানুৱাৰী মাহত ভাণ্ডাৰকাৰ মুম্বাইত উপস্থিত হ'ল আৰু লগে লগে তেওঁৰ জীৱনৰ এক নতুন অধ্যায়ৰ সূচনা হ'ল।

এলফিন্‌ষ্টোন্ ইন্‌ষ্টিটিউটৰ হাইস্কুল শাখাত তেওঁৰ নাম ভৰ্তি কৰা হ'ল। পিছৰ বছৰতে (১৮৫৪ চনত) প্ৰথম বিভাগত তেওঁ হাইস্কুলৰ পৰীক্ষাত উত্তীৰ্ণ হ'ল। সেই সময়ত বৃত্তিৰ কোনো ব্যৱস্থা নাছিল; কিন্তু পিছলৈ কলেজীয়া জীৱনত তেওঁ বিভিন্ন বৃত্তি লাভ কৰিলে। শিক্ষাৰ চালুকীয়া অৱস্থাত শিক্ষাৰ উচ্চ মানদণ্ড আশা কৰিব পৰা নগৈছিল। ১৮৫৫ চনত জনশিক্ষা সঞ্চালকে মন্তব্য দিছিল যে, 'শিক্ষাৰ অৱস্থা একেবাৰে উৎসাহজনক নাছিল। যিবিলাক ছাত্ৰৰ পৰীক্ষা লোৱা হৈছিল তাৰ ভিতৰত কেৱল ভাণ্ডাৰকাৰৰ উত্তৰবিলাকহে যথাযোগ্য আছিল।'

---

৬. চন্দাবাৰকাৰে এই প্ৰথম এলফিন্‌ষ্টোনিয়ান সকলক সপ্তৰ্ষি বুলি সঠিক ভাবেই অভিহিত কৰিছে। তেওঁলোক সংখ্যাত সাতজন। তেওঁলোক হ'ল বাল শাস্ত্ৰী জাম্ভেকাৰ, দাদাভাই নৌৰজী, আৰ. জি. ভাণ্ডাৰকাৰ, ন্যায়ধীশ এম. জি. ৰানাডে, ন্যায়ধীশ কে. টি. টেলাং, ফিৰোজশ্বাহ মেহতা আৰু মামা পৰমানন্দ, (speeches and writing, ৪১০ পৃষ্ঠা)।

৭. মনোৰঞ্জন, বসন্তসংখ্যা, ১৯১৪, কৰ্নাটকী, ডা. ভাণ্ডাৰকাৰ য়াঞ্চে চৰিত্ৰ, পৃ : ১৩.

সত্যৰ প্ৰতি থকা নিষ্ঠা আৰু মনোবলৰ বাবে ভাণ্ডাৰকাৰ জনাজাত আছিল। এটা বিশেষ ঘটনাই এই কথা প্ৰমাণ কৰে। ইনষ্টিটিউটত ভৰ্তি হোৱাৰ পিছত তেওঁৰ আটাইতকৈ শ্ৰদ্ধাভাজন শিক্ষক দাদাভাইৰ কাষত তেওঁ গণিতৰ পাঠ গ্ৰহণ কৰিছিল। কিছুদিনৰ পিছতেই তেওঁ ইংলণ্ডলৈ যাব লগা হ'ল। আৰু ভাণ্ডাৰকাৰৰ শ্ৰেণীটোত এজন ইউৰোপীয় শিক্ষকক গণিত শিকাবলৈ দিয়া হ'ল। গণিত ভাণ্ডাৰকাৰৰ প্ৰিয় বিষয় আছিল। নতুন শিক্ষকজনে তেওঁক সন্তোষ দিব নোৱাৰাত তেওঁ সাহ কৰি ক'লে, 'চাৰ, এই শিক্ষানুষ্ঠানটোত মই ভৰ্তি হৈছিলো গণিতৰ জ্ঞান বঢ়াব পাৰিম বুলি; কিন্তু আপুনি মোক হতাশ কৰিলে।' নতুন শিক্ষকজনৰ অৰ্হতা নথকা বাবে তেওঁ নিম্নস্তৰৰ গণিত শিকাবলৈ আৰম্ভ কৰিছিল। এই কথাষাৰে শিক্ষকজনক ৰুষ্ট কৰিলে। তাৰ পিছদিনা তেওঁ উচ্চ গণিতৰ পুথি আনি ভাণ্ডাৰকাৰক দেখুৱালেহি। তেতিয়াও অলপো বিচলিত নহৈ ভাণ্ডাৰকাৰে ক'লে, "কিন্তু চাৰ, এই কিতাপবিলাক আমাক দেখুৱালে কি লাভ হ'ব, আপুনি যদি তাৰপৰা আমাক নিশিকায়েই?" এই ঘটনাটোৱে ভাণ্ডাৰকাৰৰ স্পষ্টবাদিতাৰ কথাই কেৱল প্ৰকাশ কৰা নাই, গণিতৰ প্ৰতি থকা তেওঁৰ অনুৰাগৰ কথাও প্ৰকাশ কৰিছে। ভাণ্ডাৰকাৰৰ ৰাপ থকা আন আন বিষয়কেইটা হ'ল ইংৰাজী, বুৰঞ্জী আৰু দৰ্শন। কিন্তু গণিতৰ অধ্যয়নেহে তেওঁৰ জীৱনত গভীৰ প্ৰভাৱ পেলায়। ই তেওঁক শুদ্ধকৈ চিন্তা কৰিবলৈ শিকালে। ভাৰতবিদ্যাৰ বিভিন্ন শাখাৰ অধ্যয়নত তেওঁ যি সমালোচনাত্মক আৰু তুলনাত্মক ৰীতি প্ৰয়োগ কৰিছিল, সেয়ে তেওঁৰ গাণিতিক চিন্তা আৰু প্ৰশিক্ষণৰ পৰিচয় বহন কৰে।

ভাণ্ডাৰকাৰৰ ছাত্ৰ জীৱন সহজ সৰল নাছিল। ই অত্যন্ত কষ্টকৰ আছিল। দিনে তেওঁ ছঘণ্টাহে শুইছিল। পঢ়ি থাকোঁতে টোপনি নাযাবৰ বাবে তেওঁ টিকনিডাল আকোঁৰা গজাল এটাত বান্ধি থৈছিল। জ্ঞানৰ সন্ধানৰ বাহিৰে তেওঁ অন্য কোনো কথাই চিন্তা কৰা নাছিল। গধূলিৰ আজৰি পৰতো বন্ধু বান্ধৱৰ লগত দৰ্শনৰ আৰু সমাজৰ কিছুমান সমস্যাৰ কথা তেওঁ আলোচনা কৰিছিল।

সেই সময়ত শিক্ষক আৰু ছাত্ৰৰ সম্পৰ্ক আদৰ্শস্থানীয় আছিল। শিক্ষকসকলে যে কেৱল ছাত্ৰৰ অধ্যয়নৰ প্ৰতিহে চকু ৰাখিছিল, এনে নহয়, ছাত্ৰৰ সৰ্বপ্ৰকাৰ উন্নতিৰ প্ৰতি শিক্ষকে গভীৰভাৱে মনোনিবেশ কৰিছিল। স্বাভাৱিকতে ছাত্ৰয়ো শিক্ষকক ভাল পাইছিল আৰু শিক্ষকৰ প্ৰতি গভীৰ শ্ৰদ্ধা প্ৰদৰ্শন কৰিছিল।

ভাণ্ডাৰকাৰৰ ওপৰত গভীৰ প্ৰভাৱ পেলোৱা আন এজন শিক্ষক হ'ল চিড্‌নী অ'ৱেন। তেওঁ অতি মৰমিয়াল শিক্ষক আছিল। প্ৰতিজন ছাত্ৰৰ প্ৰতি সমানে মনোযোগ দিছিল। প্ৰতিশ্ৰুতিপূৰ্ণ ছাত্ৰসকলক তেওঁ দিয়া উৎসাহে প্ৰেৰণা যোগাইছিল। তেওঁ ছাত্ৰসকলৰ দুৰ্বলতাবিলাক টুকি ৰাখিছিল আৰু সেইবোৰ দূৰ কৰিবলৈ পৰামৰ্শ আগবঢ়াইছিল। শিক্ষকজনৰ অনুসন্ধিৎসু দৃষ্টিত প্ৰখৰ মেধাৰ ভাণ্ডাৰকাৰে অতি সোনকালে ধৰা দিছিল। অ'ৱেন আছিল সত্যনিষ্ঠ। ফৰাচী বিপ্লৱৰ কথা শ্ৰেণীত পঢ়াই

থাকোঁতে, কেনেকৈ এজন বিশেষ বুৰঞ্জী লেখকে সেই মহান ঘটনাটোৰ প্ৰতি এটা পক্ষপাতমূলক দৃষ্টিভঙ্গী গ্ৰহণ কৰিছিল, সেই কথা তেওঁ আঙুলিয়াই দেখুৱাইছিল। তেওঁৰ মতে সেই ৰীতি আছিল ভ্ৰান্তিযুক্ত। বুৰঞ্জী অধ্যয়ন কৰোঁতে বস্তুনিষ্ঠ হ'ব লাগে আৰু বস্তুবোৰ সমালোচনামূলক দৃষ্টিৰে দাঙি ধৰিব লাগে। অ'ৱেনৰ এই গুণে ভাণ্ডাৰকাৰক প্ৰভাৱান্বিত কৰিছিল। কৰ্তব্যবোধ, সাহস আৰু বিশ্লেষণাত্মক তথা বস্তুনিষ্ঠ দৃষ্টিভংগীৰ শিক্ষা দিয়া এই শিক্ষকজনৰ পৰা তেওঁ অনেক কথা শিকিছিল।

আন আন শিক্ষকসকলৰ লগতে পণ্ডিতপ্ৰবৰ দাদাভাই নৌৰজী, ডা. হাগ্‌লিং, ডা. হাৰ্কনেছ আৰু শিক্ষা সঞ্চালক হাৱাৰ্ডৰ দৰে লোকৰ পৰামৰ্শ তেওঁ লাভ কৰিছিল। হাৱাৰ্ডৰ কথা বিশেষভাৱে উল্লেখযোগ্য। তেঁৱেই ভাণ্ডাৰকাৰৰ ভৱিষ্যত জীৱন গঢ় দিয়ে। জনশিক্ষা সঞ্চালকৰ পদত থাকি শিক্ষাদানৰ সৈতে পোনপতীয়াকৈ জড়িত নাছিল যদিও প্ৰতিশ্ৰুতিপূৰ্ণ ছাত্ৰ-ছাত্ৰীসকলৰ প্ৰতি তেওঁ বিশেষ আগ্ৰহ দেখুৱাইছিল। এনেকুৱা ছাত্ৰসকলৰে এজন আছিল ভাণ্ডাৰকাৰ যি হাৱাৰ্ডছৰ সহায় আৰু পৰামৰ্শৰ দ্বাৰা উপকৃত হৈছিল।

১৮৫৮ চনত ভাণ্ডাৰকাৰে এল্‌ফিন্‌ষ্টোন কলেজৰ শিক্ষা সাং কৰে। কিছুদিনৰ বাবে তেওঁ তাতে অধ্যক্ষৰ সহায়ক হিচাপে কাম কৰিলে। পিছত এল্‌ফিন্‌ষ্টোন ইন্‌ষ্টিটিউটত এজন শিক্ষক হ'লগৈ। পিচৰ বছৰত হাৱাৰ্ডে তেওঁক দক্ষিণা ফেল'শ্বিপৰ[৮] বাবে বাছনি কৰে। মুম্বাইত কিছুদিনৰ বাবে সেই পদবীত কাম কৰাৰ পাছত তেওঁক পুণেত অৱস্থিত পুনা কলেজলৈ বদলি কৰা হ'ল।

---

৮. শিক্ষাৰ ক্ষেত্ৰত উদগনি দিবলৈ দক্ষিণাৰ পৰম্পৰা প্ৰথমে শিৱাজীৰ পৰাই আৰম্ভ হয়। কিন্তু পিছত পেচোৱাসকলৰ কালত সকলো ব্ৰাহ্মণৰ বাবে ই এটা সাধাৰণ অনুদান স্বৰূপে গণ্য হয়। জনশিক্ষা সঞ্চালক ই. আই. হাৱাৰ্ডে প্ৰফেচাৰশ্বিপ আৰু স্কলাৰশ্বিপৰ প্ৰচলন কৰাৰ প্ৰয়োজনীয়তা অনুভৱ কৰি চৰকাৰৰ জৰিয়তে তেওঁৰ হাতলৈ দক্ষিণা পুঁজি আনে। মানুহৰ মাজত শিক্ষাৰ প্ৰতি ধাউতি বঢ়াবৰ বাবে তেওঁ এই পুঁজিটোৰ পৰা কেবাটাও ফেল'শ্বিপ দিয়ে। ফেল'শ্বিপ পোৱাসকলক দক্ষিণা ফেল'জ বোলা হৈছিল। ভাণ্ডাৰকাৰ আছিল প্ৰথম ফেল'। এই ফেল'শ্বিপ পিছত ৰানাডে যাজ্ঞিক, মডাক, পণ্ডিত আৰু অন্যান্যসকলক দিয়া হয়।

## 2

# দক্ষিণা ফেল'

দক্ষিণা ফেল' হিচাপে ভাণ্ডাৰকাৰে চাৰে পাঁচ বছৰ কাম কৰে। এই সময়ছোৱাত তেওঁ গভীৰভাৱে সংস্কৃত অধ্যয়ন কৰে। এজন মহান ভাৰতবিদ হিচাপে তেওঁৰ কাম আৰু খ্যাতিৰ ভেটি ইয়েই ৰচনা কৰিলে। মনত ৰাখিব লাগিব যে সেই সময়ত অধ্যয়নৰ এটা বিষয় স্বৰূপে সংস্কৃত জনপ্ৰিয় হৈ উঠা নাছিল। কলেজত শিকোৱা বিষয়বিলাকৰ ই অন্তৰ্ভুক্ত নাছিল। তাৰ উপৰিও ভাণ্ডাৰকাৰৰ বিশেষ মনোযোগ আকৰ্ষণ কৰিছিল গণিতেহে, সংস্কৃতে নহয়। শেষৰফালে সংস্কৃতৰ প্ৰতিও গণিতৰ সমানে অনুৰাগ বঢ়াত তেওঁ গাণিতিক নিয়ম আৰু সংযমখিনি কামত প্ৰয়োগ কৰিলে। পৰম্পৰাগত পদ্ধতিৰ পৰিৱৰ্তে সমালোচনাত্মক অনুসন্ধানৰ পদ্ধতি তেওঁ গ্ৰহণ কৰিলে। ভাণ্ডাৰকাৰৰ পৰীক্ষক মাণ্ডলিকে হেনো পুৰণি মাৰাঠী কবিসকলৰ কবিতাৰ কিছুমান জটিল অংশ ব্যাখ্যা কৰিবলৈ দিছিল। সেই সময়ত সাহিত্যৰ ছাত্ৰসকলৰ মাৰাঠী কবিতাৰ সৈতে পৰিচয় নাছিল। সেইবাবে ভাণ্ডাৰকাৰে তেওঁৰ সহপাঠী পৰমানন্দ, ৰাগ্‌লে আৰু মাডগাওঁকাৰৰ সৈতে বালোবা পাধ্যেৰ সুযোগ্য তত্ত্বাৱধানত পুৰণি মাৰাঠী কবিসকলৰ ৰচনা প্ৰণালীবদ্ধভাৱে অধ্যয়ন কৰিবলৈ আৰম্ভ কৰিলে। ইয়াৰ পিছত ভাণ্ডাৰকাৰে ভাৰতবিদ্যাৰ বিভিন্ন শাখাৰ অধ্যয়নত শীঘ্ৰে মনোনিৱেশ কৰিলে। তেওঁৰ ফেল'শ্বিপৰ সময়ছোৱাত তেওঁ অনুভৱ কৰিলে যে ভাৰতীয় লোকে সংস্কৃতক দেৱভাষা বুলি গ্ৰহণ কৰিলেও এই ভাষাৰ বৈজ্ঞানিক অধ্যয়নৰ প্ৰতি কাৰো হাবিয়াস নাই। কেৱল পছিমৰ পণ্ডিতসকলেহে এই কাম চলাই থাকে। ভাৰতীয় পাণ্ডিত্যৰ এনে শোচনীয় অৱস্থা দেখি ভাণ্ডাৰকাৰে প্ৰাচ্য জ্ঞানৰ বিভিন্ন দিশ প্ৰণালীবদ্ধভাৱে অধ্যয়ন কৰিবলৈ মনস্থ কৰিলে।

এই কথা গম পাই হাৱাৰ্ড কেৱল যে আনন্দিতই হ'ল এনে নহয়, তেওঁৰ এই শ্ৰেষ্ঠ সুযোগ্য ছাত্ৰজনক সকলো প্ৰকাৰে সহায় কৰিবলৈ প্ৰতিশ্ৰুতিবদ্ধ হ'ল। মুম্বাইৰ পণ্ডিত গোৱিন্দ শাস্ত্ৰী লেলে আৰু আপ্পা শাস্ত্ৰী খাদিলকাৰৰ অধীনত ভাণ্ডাৰকাৰে সংস্কৃত অধ্যয়ন কৰিবলৈ ধৰিলে। তাৰ পিছত পুণেৰ বিখ্যাত পণ্ডিত বাল শাস্ত্ৰী দেৱ আৰু অনন্ত শাস্ত্ৰী পেন্ধাৰকাৰৰ অধীনত অধ্যয়ন কৰে। এনেসকল গুণী আৰু পাৰদৰ্শী গুৰুৰ

অধীনত ভাণ্ডাৰকাৰে সংস্কৃতৰ বিভিন্ন বিষয়, যেনে ব্যাকৰণ, বেদান্ত, ন্যায়শাস্ত্রত পাৰ্গত হৈ উঠিল আৰু আনৰ সহায় নোলোৱাকৈ নিজে অধ্যয়নত আগবাঢ়ি যাব পৰা হ’ল।

সাধাৰণতে বিশ্বাস কৰা হয় যে প্ৰাচীন ধৰ্মপুথিবিলাকৰ অধ্যয়নৰ ফলত মনলৈ অপাৰ্থিৱতাৰ ভাব আহে আৰু দৃষ্টিভঙ্গীৰ মাজলৈ সঙ্কীৰ্ণতা আহি পৰে। কিন্তু ভাণ্ডাৰকাৰৰ ক্ষেত্ৰত সেইটো নঘটিল। কাৰণ তেওঁৰ একক লক্ষ্য সতানুসন্ধানৰ পথৰ পৰা তেওঁ কেতিয়াও ভ্ৰষ্ট হোৱা নাছিল। কবি কালিদাসৰ দৰে তেৰোঁ বিশ্বাস কৰিছিল যে “প্ৰতিটো পুৰণি কবিতা কেৱল পুৰণি বুলিয়েই ভাল নহয়; নতুবা নতুন হ’ল বুলিয়েই এটা কবিতাই তাৰ মাধুৰ্য হেৰুৱাই নেপেলায়। সজ সমালোচকসকলে যিকোনো এটা কবিতাকে ভালদৰে পৰীক্ষা কৰিহে প্ৰশংসা কৰে। আনহাতে মূঢ় লোকসকলহে আনৰ মতামতৰ দ্বাৰা পৰিচালিত হয়।”[৯] য’ৰে পৰাই নহওক লাগে, সত্যবস্তু গ্ৰহণ কৰাটোহে আছিল ভাণ্ডাৰকাৰৰ আদৰ্শ। মনৰ এই গুণটিৰ বাবে তেওঁ দুৰাগ্ৰহী (গোড়া) হৈ পৰা নাছিল। তেওঁ লিখিছে, “যি কোনো এজন লোকে, যিমান কম পৰিমাণে নহওক লাগিলে, মিথ্যাৰ জাবৰৰ পৰা সত্যৰ কণিকা এটি উদ্ধাৰ কৰিব পাৰিও যদি নকৰে, তেনেহ’লে তেওঁ স্বয়ং সত্যৰ প্ৰতি আৰু সমগ্ৰ মানৱ জাতিটোৰ প্ৰতি দ্ৰোহ আচৰণ কৰে।”[১০]

১৮৫৭ চনত মুম্বাই বিশ্ববিদ্যালয় স্থাপিত হয়। নতুন নিয়ম অনুযায়ী প্ৰথম প্ৰৱেশিকা পৰীক্ষা পতা হয় ১৮৫৯ চনত। প্ৰতিজন ফেল’ই পৰীক্ষা দিব লাগিব বুলি হাৱাৰ্ডে এটা নিয়ম কৰি দিয়াত ভাণ্ডাৰকাৰেও আন আন পৰীক্ষাৰ্থীৰ লগত পৰীক্ষা দিবলগীয়া হ’ল। ১৮৬১ চনত ইণ্টাৰমিডিয়েট পৰীক্ষা আৰু ১৮৬২ চনত তেওঁ বি. এ. পৰীক্ষা দিয়ে। কৃতকাৰ্য হোৱা পৰীক্ষাৰ্থীৰ তালিকাত তেওঁৰ নাম নোলাল। ভাণ্ডাৰকাৰৰ বাবে ই অতি আচৰিত কথা আছিল। নিজৰ কৃতকাৰ্যতাৰ বিষয়ে তেওঁ নিশ্চিত হৈ আছিল। তেওঁ ফেল’শ্বিপ পৰিত্যাগ কৰিবলৈ ইচ্ছা কৰিলে। তেওঁৰ শিক্ষক চাৰ আলেকজেণ্টাৰ গ্ৰাণ্টেও পৰীক্ষাৰ ফলাফল শুনি অতি আচৰিত হ’ল। তেওঁ নম্বৰ পুনৰ পৰীক্ষা কৰিবলৈ নিৰ্দেশ দিলে। তেতিয়া দেখা গ’ল যে নম্বৰ গণনা কৰাত ভুল হৈছিল। ভাণ্ডাৰকাৰ আৰু কৃষ্ণজী বাপুজী ৰালৰ নম্বৰৰ মাজত সালসলনি ঘটিছিল। ভুলটো শুধৰোৱা হ’ল আৰু অনাৰ্চসহ ভাণ্ডাৰকাৰ প্ৰথম বিভাগত উত্তীৰ্ণ হোৱা বুলি ঘোষণা কৰা হ’ল। সেই বছৰতেই (১৮৬২) এ. জি. ৰানাডেই সংস্কৃত দ্বিতীয় ভাষা হিচাপে লৈ বি. এ. পৰীক্ষাত উত্তীৰ্ণ হ’ল।

---

৯. মালবিকাগ্নিমিত্ৰম, প্ৰস্তাৱনা, সম্পাদক, দেউধৰ
পুराणमित्येव न साधु सर्वम्। न चापि काव्यं नवमित्यवद्यम्।
संत: परीक्षन्यतरदमजंते। भूढ़: परप्रत्ययनेयबुद्धि:।।

১০. কালেক্টেড ৱৰ্কছ, খণ্ড ১, পৃ : ৪৯৫।

দক্ষিণা ফেল'শ্বিপ লোৱা সময়ছোৱাত ভাণ্ডাৰকাৰে পুণেৰ ডেক্কান কলেজত কিছুদিন শিক্ষকতা কৰিছিল। তেওঁ ইংৰাজী, তৰ্কশাস্ত্ৰ আৰু দৰ্শন পঢ়ুৱাইছিল। সেই সময়ত প্ৰতিজন শিক্ষকে তেওঁৰ কামৰ এখন বাৰ্ষিক প্ৰতিৱেদন দিবলগীয়া হৈছিল। ভাণ্ডাৰকাৰে ১৮৬৪ চনৰ বাবে অধ্যক্ষ ৱৰ্ডচ্‌ৱৰ্থলৈ পঠিওৱা প্ৰতিবেদনখনৰ বৰ্ণনা বৰ মনোগ্ৰাহী আছিল। তাত দেখুওৱা হৈছিল যে এবছৰৰ ভিতৰতে ভাণ্ডাৰকাৰে গিবনৰ "ৰোমান ল"ৰ একাংশ, শ্বেক্সপিয়েৰৰ "জুলিয়াচ চিজাৰ", মিলৰ "লজিক" আৰু হোৱাইটিৰ "ইজি লেচন্‌চ্‌ অন্‌ ৰিজনিং", থমচন্‌, মিল আৰু মানচেলৰ কিছুমান ৰচনা আৰু তাৰ উপৰিও সংস্কৃত ব্যাকৰণ আৰু সোৰো পান্তৰ সভাপৰ্ব অধ্যয়ন কৰিছিল। ১৮৬৪ চনত সংস্কৃতৰ অধ্যাপক ড. হউগে চুটি লোৱাত, তেওঁ আন কামৰ উপৰিও সংস্কৃত পঢ়াবলগীয়া হৈছিল। নিয়ম অনুযায়ী তেতিয়া তেওঁ ফেল'শ্বিপ পৰিহাৰ কৰিলে। কেবাজনো বিখ্যাত সমসাময়িক লোকে আইন পঢ়িবলৈ লোৱাত তেৱোঁ আইন পঢ়িবলৈ উদ্বিগ্ন হৈ পৰিল। কিন্তু আন এটা কামহে তেওঁৰ ভাগ্যত নিৰ্দ্ধাৰিত হৈ আছিল। তেওঁক সিন্ধু প্ৰদেশৰ হায়দৰাবাদৰ হাইস্কুলৰ শিক্ষক নিযুক্ত কৰা হ'ল। জীৱনৰ এই দিক্‌পৰিৱৰ্তনে তেওঁৰ ভৱিষ্যত নিৰ্দ্ধাৰণ কৰিলে।

3

# শিক্ষক

হেডমাষ্টৰ হিচাপে নিযুক্তি পোৱাৰ পিছত ভাণ্ডাৰকাৰৰ সম্পূৰ্ণ ৰূপত শিক্ষকতাৰ জীৱন আৰম্ভ হ'ল। হায়দৰাবাদত কিছুমান দিন কাম কৰাৰ পিছত গৰমৰ বন্ধত তেওঁ এবাৰ মুম্বাইলৈ আহিল। নতুন গৱৰ্নৰ চাৰ বাৰ্টল্ ফ্ৰোৰে এজন মৰমীয়াল মানুহ, আৰু তেওঁ সম্ভাৱনা থকা ভাৰতীয়সকলক ডেপুটি কালেক্টৰৰ কামত নিয়োগ কৰিবলৈ ইচ্ছুক বুলি শুনিবলৈ পাইছিল। ভাণ্ডাৰকাৰে ডেপুটি কালেক্টৰ হ'বলৈ ইচ্ছা কৰিছে বুলি হোৱাৰ্ডক জানিবলৈ দিলে। তেওঁ কথাটো শুনি ভাল নাপালে। ভাণ্ডাৰকাৰৰ দৰে এজন ডাঙৰ সংস্কৃত পণ্ডিতে শাসনকাৰ্যলৈ যোৱা ভাল নহ'ব বুলি তেওঁ ভাবিলে। তেওঁ তেওঁৰ শিষ্যজনক কলে যে তেওঁৰ প্ৰকৃত স্থান শিক্ষা বিভাগত। ১৮৬৫ চনত তেওঁক হেডমাষ্টৰ স্বৰূপে ৰত্নগিৰিলৈ বদলি কৰা হ'ল। এইটো আছিল ভাণ্ডাৰকাৰৰ বাবে অতি আনন্দৰ মুহূৰ্ত কাৰণ তেওঁৰ ল'ৰাকাল আৰু প্ৰাথমিক শিক্ষাৰ সৈতে জড়িত ৰত্নগিৰি শিক্ষানুষ্ঠানটোৰ মূৰব্বী হৈ তেওঁ এতিয়া আহিছে।

তেওঁৰ আগৰজন, মিষ্টাৰ ৰাছেলে স্কুলখন বৰ শোচনীয় অৱস্থাত এৰি থৈ গৈছিল। এই বিষয়ে জনশিক্ষা সঞ্চালকলৈ এটা অভিযোগ ইতিমধ্যে আহিছিলেই। চাৰ আলেকজেণ্ডাৰ গ্ৰাণ্টৰ অনুমোদন ক্ৰমে সঞ্চালকে ভাণ্ডাৰকাৰক হেডমাষ্টৰ হিচাপে নিযুক্তি দিলে, যাতে তেওঁ স্কুলখনৰ অৱস্থা উন্নত কৰিব পাৰে। এনে এটা গুৰুত্বপূৰ্ণ কামত নিযুক্তি পোৱা লোকৰ ভিতৰত ভাণ্ডাৰকাৰেই প্ৰথম ভাৰতীয় লোক।

নিজৰ নতুন দায়িত্বৰ প্ৰতি তেওঁ সচেতন আছিল। শিক্ষাদানৰ সুস্থ পদ্ধতি, তেওঁৰ পাণ্ডিত্য, কৰ্তব্যপৰায়ণতা আৰু নিয়মানুবৰ্তিতাৰে অতি কম সময়ৰ ভিতৰতে ভাণ্ডাৰকাৰে সেই স্কুলখনক সেই সময়ৰ এখন প্ৰধান স্কুলত পৰিণত কৰি তুলিলে। তেওঁ হেডমাষ্টৰ হোৱা প্ৰথম বছৰতে আঠাইবিলাক ছাত্ৰ মেট্ৰিকুলেশ্যন পৰীক্ষাত উত্তীৰ্ণ হ'ল। দ্বিতীয় বছৰত তেওঁৰ এজন ছাত্ৰ যশৱন্ত বাসুদেৱ আথানেই প্ৰথম শ্ৰেণী পালে আৰু আকৰ্ষণীয় জগন্নাথ সুনকেৰচেট্ বৃত্তি লাভ কৰে। ভাণ্ডাৰকাৰৰ কাৰ্যকালত (১৮৬৫-১৮৬৮) ৰত্নগিৰিলৈ এই সন্মান দুবাৰ আহিল। সংস্কৃত শিক্ষাত এই স্কুলখনে ইমান প্ৰতিষ্ঠা লাভ

কৰিলে যে ভাণ্ডাৰকাৰ যোৱাৰ পিছতো ছাত্ৰসকলে এই সন্মান পায়েই থাকিল। এই সময়ছোৱাৰ ভিতৰতে ভাণ্ডাৰকাৰে তেওঁৰ দ্বিতীয়খন সংস্কৃত পুথি ৰচনা কৰিলে। (দক্ষিণা ফেল' হিচাপে কাম কৰি থাকোঁতে ১৮৬৪ চনত প্ৰথমখন পুথি প্ৰকাশ কৰিছিল)। এই কিতাপ দুখন এতিয়াও সংস্কৃত অধ্যয়নৰ ন-শিকাৰুসকলৰ বাবে এক পাঠ্যপুথিৰূপে বিখ্যাত। ইয়াৰ দ্বাৰা তেওঁৰ যশ প্ৰতিষ্ঠিত হ'ল।

১৮৬৬ চনত বম্বে বিশ্ববিদ্যালয়ে ভাণ্ডাৰকাৰক সংস্কৃতৰ পৰীক্ষক নিযুক্ত কৰে। সেই বছৰতে তেওঁৰ ছাত্ৰ কে. টি. টেলাঙে (পিচলৈ ন্যায়াধীশ টেলাং) পৰীক্ষা দিলে আৰু অতি ভাল উত্তৰ লিখি গুৰুৱে তেওঁৰ ওপৰত ৰখা বিশ্বাসৰ যথাৰ্থতা প্ৰমাণ কৰি দেখুৱালে।

শিক্ষক নিযুক্তিৰ ক্ষেত্ৰত ভাণ্ডাৰকাৰে বিশেষ যত্ন লৈছিল। তেওঁ দৃঢ়ভাবে বিশ্বাস কৰিছিল যে ছাত্ৰৰ ওপৰত শিক্ষকৰ কেৱল সম্পূৰ্ণ নিয়ন্ত্ৰণ থাকিলেই নহ'ব, তেওঁৰ এটা উচ্চ, নৈতিক চৰিত্ৰ থাকিব লাগিব।

যিসকলৰ গাত এই গুণবিলাক নাই, তেওঁলোক এই বৃত্তিটোৰ বাবে যোগ্য নহয়। শিক্ষক হিচাপে সকলো ছাত্ৰক ভাণ্ডাৰকাৰে সমান চকুৰে চাইছিল। ব্ৰাহ্মণসকলক সংস্কৃত পঢ়িবলৈ উৎসাহ দিছিল। তাৰ লগে লগে অব্ৰাহ্মণসকলেও এই ভাষাটো অধ্যয়ন কৰাটো বিচাৰিছিল। অব্ৰাহ্মণসকলৰ ভিতৰত তেওঁৰ এজন প্ৰিয় ছাত্ৰ আছিল ৰামচন্দ্ৰ ৱিথোৱা ডামনস্কাৰ। পিছলৈ তেওঁ বৰোদাৰ দেৱান পদ লাভ কৰিছিল। ভাণ্ডাৰকাৰৰ মতে সংস্কৃত শিকোৱাৰ ভাৰতীয় পদ্ধতিটোৰ নিজস্ব উপযোগিতা আছে। সংস্কৃত পণ্ডিত হ'বলৈ হ'লে বিষয়টো সম্পূৰ্ণৰূপে জানিব লাগিব আৰু ভাষাটোৰ ওপৰত দখল থাকিব লাগিব। তেওঁ সেইবাবে স্কুলত পৰম্পৰাগত ভাবে শাস্ত্ৰীসকলক নিযুক্তি দিয়াৰ পক্ষপাতী আছিল।

ছাত্ৰসকলৰ ওপৰত ভাণ্ডাৰকাৰৰ গভীৰ প্ৰভাৱ পৰিছিল। তেওঁলোকৰ অসীম শ্ৰদ্ধা তেওঁ লাভ কৰিছিল। চাৰ আলেকজেণ্ডাৰ গ্ৰাণ্টে স্কুল পৰিদৰ্শন কৰিবলৈ আহোঁতে এই কথা লিখি থৈ গৈছে। গৰমবন্ধ আৰম্ভ হোৱাৰ আগদিনাই ভাণ্ডাৰকাৰে তেওঁৰ ছাত্ৰসকলক সম্বোধন কৰি জীৱনৰ বিভিন্ন সমস্যাৰ বিষয়ে তেওঁলোকৰ আগত কৈছিল। এনেকুৱাবিলাক উপলক্ষ্যৰ যোগেদি ছাত্ৰৰ প্ৰতি থকা তেওঁৰ মৰম আৰু তেওঁলোকৰ নৈতিক আৰু ঐহিক উন্নতিৰ বাবে তেওঁৰ উৎকণ্ঠা স্পষ্টভাবে অনুভৱ কৰা হৈছিল। ৰত্নগিৰিত থাকোঁতে ভাণ্ডাৰকাৰে সঙ্গীতৰ শিক্ষাও গ্ৰহণ কৰিছিল। মূলতঃ এজন ধৰ্মপ্ৰাণ লোক হিচাপে পাৰিবাৰিক প্ৰাৰ্থনাৰ সময়ত তাৰ প্ৰয়োগ কৰিছিল। "মদ্ ভক্তাঃ যত্ৰ গায়ন্তী" (মোৰ ভক্তসকলে যত গাই) আছিল তেওঁৰ প্ৰিয় শ্লোক আৰু তেওঁ ধৰ্ম উপদেশসমূহত তাৰ সঘনে উল্লেখ কৰিছিল।

১৮৭৩ ৰ পৰা ১৮৮২ চনলৈকে তেওঁ মুম্বাই বিশ্ববিদ্যালয়ৰ চিণ্ডিকেটৰ সদস্য হৈ আছিল। তেওঁৰ কাৰ্যকালৰ অন্ত পৰাত ফেল'সকলে তেওঁক সদস্য হৈ থাকিবলৈ

অনুৰোধ কৰিছিল; কিন্তু তেওঁ বিচাৰপতি কে. টি. টেলাঙক সদস্য পাতিবলৈ নিজে পদত্যাগ কৰিলে। ছাত্ৰৰ প্ৰতি থকা ভাণ্ডাৰকাৰৰ সন্মান এই কথাৰপৰাই বুজিব পাৰি। তেওঁলোকক আগবাঢ়ি যাবৰ বাবে তেওঁ সদায় এটা সুযোগ আগবঢ়াইছিল।

ৰত্নগিৰিত তিনিবছৰ প্ৰধান শিক্ষকৰূপে থকাৰ পিছত মুম্বাইৰ এলফিনষ্টোন্ কলেজলৈ তেওঁক বদলি কৰা হ'ল। এটা দীঘলীয়া ছুটীত ১৮৬৯ চনত ডা. বুহলেৰ লণ্ডনলৈ যোৱাৰ বাবে সেই ঠাইত তেওঁক নিযুক্তি দিয়া হ'ল। যদিও ডা. বুহলেৰ ১৮৭২ চনত ঘূৰি আহিল, তেওঁ পুৰণি পদটোলৈ ঘূৰি নগ'ল। তেওঁৰ পৰিদৰ্শকলৈ পদোন্নতি ঘটিল। ই ভাণ্ডাৰকাৰক কিছুদিনৰ বাবে সংস্কৃতৰ অধ্যাপক হৈ থকাৰ সুবিধা দিলে। অৱশ্যে ১৮৭২ চনত এজন স্থায়ী অধ্যাপকৰ নিযুক্তি দিবলগীয়া হোৱাত ভাণ্ডাৰকাৰৰ দাবীৰ প্ৰতি সম্পূৰ্ণ আওকাণ কৰি কামটো একপক্ষীয়ভাবে কৰা হ'ল। ভাণ্ডাৰকাৰক অতিক্ৰম কৰি কৰ্তৃপক্ষই ডা. পিটাৰচনক নিযুক্তি দিলে। ই এটা সাধাৰণতে নঘটা ঘটনা নহয়। উচ্চ পদত নিযুক্তি দিয়াৰ সময়ত বৃটিছ ঔপনিবেশিকসকলে ভাৰতীয়সকলক সুযোগ নিদিছিল। তেওঁৰ সৈতে জড়িত থকাসকলে এই কথাত অতি আশ্চৰ্য প্ৰকাশ কৰিলে। ডা. পিটাৰচনৰ স্মৃতি তৰ্পণস্বৰূপে লিখা কথাখিনিত ভাণ্ডাৰকাৰৰ মনৰ ভাব ফুটি উঠিছে, "মোক অতিক্ৰম কৰিবলৈ ডা. পিটাৰচনক ১৮৭৩ চনৰ জানুৱাৰী মাহত অনা হৈছিল। ১৮৬৯ চনৰ আৰম্ভণিৰ পৰা ১৮৭২ চনৰ শেষলৈকে এলফিনষ্টোন্ কলেজৰ প্ৰাচ্যভাষাসমূহৰ মই অধ্যাপকৰূপে কাম কৰি আছিলো। ডা. পিটাৰচন পঁচিশ বছৰীয়া এজন ডেকা আছিল আৰু মোতকৈ বয়সত দহবছৰৰ সৰু আছিল। ইয়াৰ পোন্ধৰ বছৰৰ আগৰে পৰা মই সংস্কৃত শিকিছিলো আৰু শিকাইছিলো। ডা. পিটাৰচনে মাত্ৰ পাঁচ বছৰৰ আগৰ পৰাহে অধ্যয়ন কৰিছিল।"[১১] কিন্তু ডা. পিটাৰচনৰ সৈতে তেওঁৰ সম্পৰ্ক অবিশ্বাস, সন্দেহ বা হিংসাৰ নাছিল। তাৰ বিপৰীতে দুয়োৰে মাজৰ সম্পৰ্ক আছিল স্নেহপূৰ্ণ বন্ধুত্বৰ। ডা. পিটাৰচনৰ মৃত্যু পৰ্যন্ত সেই ব্যৱহাৰেই তেওঁলোকৰ মাজত চলি আছিল।

ডা. পিটাৰচনৰ নিযুক্তিয়ে ভাণ্ডাৰকাৰৰ বাবে সঁচাকৈ বৰ জটিল পৰিস্থিতিৰ সৃষ্টি কৰিছিল। ৰত্নগিৰি হাইস্কুলৰ প্ৰধান শিক্ষকৰ আগৰ পদটোলৈকে তেওঁ ঘূৰি গ'লহেঁতেন। কিন্তু অধ্যক্ষ ছাট্‌ফিল্ডৰ ভাণ্ডাৰকাৰৰ প্ৰতি এজন পণ্ডিত আৰু শিক্ষক হিচাপে উচ্চ ধাৰণা আছিল। পিটাৰচনৰ তলত সহকাৰী অধ্যাপক হিচাপে তেওঁ ভাণ্ডাৰকাৰক নিযুক্তি দিয়ালে। এই পদতে তেওঁ ১৮৮২ চনলৈকে থাকিল। ভাণ্ডাৰকাৰৰ বাবে এই সময়ছোৱা বৰ কৰ্মময় আছিল। ১৮৭৪ চনত অৰিয়েণ্টেল্ কন্‌ফাৰেন্স অৱ লণ্ডনলৈ তেওঁ এটা প্ৰবন্ধ আগবঢ়াইছিল। ইণ্ডিয়ান এণ্টিকুৱেৰীৰ বাবে ১৮৭৫ চনত তেওঁ কেবাটাও প্ৰবন্ধ লিখিছিল। ১৮৭৫ চনত উইলচন্ ফিলচফিকেল্ লেক্‌চাৰ্ চিৰিজত

১১. কলেক্টেড ৱৰ্কছ, খণ্ড : ১, পৃ : ৫২৩-২৪।

তেওঁ কেবাটাও বক্তৃতা দিছিল। ১৮৭৯ চনত তেওঁৰ "ৰিপোৰ্ট অন্ দি চাৰ্চ্ অৱ সংস্কৃত মেনুচ্‌ক্ৰিপ্ট্'ৰ প্ৰথম ছোৱা প্ৰকাশ পাইছিল।

১৮৮২ চনত এটা নতুন বিবাদৰ সৃষ্টি হ'ল। পুনা কলেজৰ ডা. কিলহৰ্ণে সংস্কৃতৰ অধ্যাপকৰ পদৰপৰা অৱসৰ ললে। চৰকাৰে এজন জাৰ্মান অধ্যাপক আনিবলৈ মনস্থ কৰিছিল। উদ্দেশ্য আছিল ডা. পিটাৰচনক এল্‌ফিন্‌ষ্টোন্ কলেজৰ ইংৰাজীৰ পদ যাচি সংস্কৃতৰ অধ্যাপকৰ পদটো ভাণ্ডাৰকাৰক দিয়া। কিন্তু পিটাৰচনে তেওঁৰ পদটো এৰিবলৈ দ্বিধাবোধ কৰাত চৰকাৰ বিপাণ্ডত পৰিল। এইবাৰ ন্যায়াধীশ টেলাঙে ভাণ্ডাৰকাৰৰ পক্ষে মাত মাতিলে। মুম্বাইৰ শিক্ষিত মানুহৰ ক্ষোভ কাগজত প্ৰকাশ পালে। প্ৰতিবাদ ইমান বেছি হ'ল যে চৰকাৰে মূৰ দোঁৱালে আৰু পুনা কলেজৰ সংস্কৃতৰ স্থায়ী অধ্যাপক স্বৰূপে ভাণ্ডাৰকাৰক নিযুক্তি দিলে। ১৮৯৩ চনলৈকে তেওঁ কাম কৰিলে।

তেওঁ আজীৱন শিক্ষক আছিল। তেওঁ তিনিটা প্ৰজন্মৰ ছাত্ৰক পঢ়ুৱালে আৰু গুৰুৱৰ্য্যা উপাধি লাভ কৰিলে। কালিদাসৰ মতে "এজন মানুহে তেওঁৰ নিজৰ কলা যেতিয়া নিজেই প্ৰকাশ কৰিব পাৰে, সেইটো তেওঁৰ শ্ৰেষ্ঠ অৱস্থা; আন এজনে আকৌ নিজৰ বিদ্যা আনলৈ প্ৰসাৰিত কৰিব পৰাৰ এক বিশেষ ক্ষমতা লাভ কৰে। যিজনৰ গাত দুয়োবিধ গুণ আছে, তেওঁ শ্ৰেষ্ঠ শিক্ষক।"[১২]

এইটো মানদণ্ডেৰে জুখিলে ভাণ্ডাৰকাৰৰ মাজত এজন মহান পণ্ডিত আৰু আদৰ্শ শিক্ষকৰ সমন্বয় ঘটা দেখিবলৈ পাওঁ। এই গুণবিলাকেই মহান পণ্ডিতৰ এক মহান পৰম্পৰাৰ সৃষ্টি কৰিলে। সেইসকলৰ ভিতৰত আছিল ন্যায়াধীশ কে. টি. টেলাং, এল্. আৰ. বৈদ্য, জি. কে. দেশমুখ, ভি. এছ, আপ্তে আৰু আৰ. জি. ভাণ্ডাৰকাৰ। বম্বে প্ৰেচিডেন্সিয়ে প্ৰাচ্যবিদ্যা আৰু সংস্কৃত পাণ্ডিত্যত এক মুখ্য স্থান লাভ কৰিলে। ভাণ্ডাৰকাৰ এজন আদৰ্শ শিক্ষক। তেওঁ উপযুক্ত ছাত্ৰক উৎসাহ দিছিল আৰু সহায় কৰিছিল। ছাত্ৰই শ্ৰেষ্ঠ শিক্ষা লাভ কৰিব লাগে বুলি তেওঁ ভাবিছিল। সংস্কৃতৰ শিক্ষক হিচাপে তেওঁ জোৰ দি কৈছিল যে ছাত্ৰই শুদ্ধকৈ আৰু স্পষ্টকৈ উচ্চাৰণ কৰিব পাৰিব লাগে। নিজৰ দেশৰ প্ৰাচীন সংস্কৃতিৰ প্ৰতি তেওঁলোকৰ গৌৰৱৰ ভাব থাকিব লাগে। লগতে তেওঁলোকৰ সুন্দৰ নৈতিক চৰিত্ৰ থাকিব লাগে। এই মূলনীতিবোৰ তেওঁ নিজৰ জীৱনতো মানি চলিছিল। যিসকলে এইবিলাক মানি চলিছিল তেওঁলোকক তেওঁ ভাল পাইছিল। নিজৰ দুৰ্বলতাবিলাক আঁতৰোৱাত ছাত্ৰসকলক সহায় কৰাত তেওঁ কেতিয়াও ক্লান্তি অনুভৱ নকৰিছিল। তেওঁৰ ব্যৱহাৰ আছিল কবি ভৱভূতিয়ে কোৱাৰ দৰে "বজ্ৰাদপি কঠোৰাণি মৃদুলি কুসুমাদপি" (বজ্ৰতকৈয়ো কঠোৰ আৰু ফুলতকৈয়ো কোমল)।

---

১২. মালৱিকাগ্নিমিত্ৰম্, প্ৰথম অঙ্ক, খণ্ড ১৬।
শ্লিষ্ট ক্ৰিয়া কস্যচিদাত্মসংস্থা সংক্ৰান্তিৰন্যস্য বিশেষযুক্তা।
যস্যোভয়ং সাধু স শিক্ষাকাণাং ধুৰিপ্ৰতিষ্ঠাপবিতব্য এৱং।।

তেওঁৰ শিষ্যসকলে তেওঁৰ বুদ্ধিৰ আৰু অন্তৰৰ এই গুণবিলাকৰ কাৰণে নানা ধৰণে প্ৰশংসা আগবঢ়াইছে। 'ৱিবিধা জ্ঞান বিস্তাৰ'ত আন্না চাহেব মহাজনীয়ে, "ফাৰ্গ্যুচন কলেজ মেগাজিন'ত প্ৰিন্সিপাল ভাটেই, "এল্‌ফিনষ্টোনিয়ান"'ত (চেপ্তেম্বৰ ১৯২৫) নৰসিংহ ৰাও দিৱাতিয়াই, "সুবোধ পত্ৰিকা"'ত ডি. জি. পাধ্যেই, তেওঁৰ বিষয়ে প্ৰবন্ধ লিখিছে। ভাণ্ডাৰকাৰৰ সংস্কৃত অধ্যয়নৰ বিভিন্ন শাখাৰ বিষয়ে সম্পূৰ্ণ জ্ঞান আছিল। তেওঁৰ শিক্ষাদানৰ পদ্ধতি আছিল মনক প্ৰভাৱিত কৰা বিধৰ অথচ সৰল। ই আছিল সমালোচনাত্মক আৰু তুলনামূলক আৰু ই ছাত্ৰক শুদ্ধকৈ ভাবিবলৈ শিকাইছিল। তেওঁৰ ব্যক্তিগত আচাৰ-ব্যৱহাৰ অতি ভাল আছিল। তেওঁৰ সম্পূৰ্ণ কৰ্তব্যবোধ আছিল। প্ৰথম বাৰ্ষিক কলা পৰীক্ষাত তেওঁ নিজৰ পুত্ৰ শ্ৰীধৰক পুৰস্কাৰ নিদি দিৱাতিয়াক দিছিল। ১৮৯৯ চনত তেওঁৰ পুত্ৰ ডি. আৰ. ভাণ্ডাৰকাৰে এম. এ. পৰীক্ষা দিওঁতে ভাণ্ডাৰকাৰে পৰীক্ষক হ'ব নোৱাৰে বুলি বিশ্ববিদ্যালয়ক জনাই দিছিল। তেওঁ মানি চলিছিল এই প্ৰাচীন প্ৰবাদটো ঃ "বালাদপি সুভষিতম্ গ্ৰাহ্যম্" (বালকৰ মুখৰ পৰাও সত্য কথা গ্ৰহণ কৰিব লাগে)। এটা গুজৰাটী শব্দৰ ব্যুৎপত্তি নিৰ্ণয়ত তেওঁৰ শিষ্য দিৱাতিয়াই তেওঁৰ এটা ভুল সংশোধন কৰি দিয়া বাবে তেওঁ কৃতজ্ঞতাৰে তাক মানি লৈছিল। তেওঁৰ পাণ্ডিত্যৰ দৰে তেওঁৰ পুথিভঁৰালটোৱো বিশাল আছিল। ই দুৰ্লভ পুথি আৰু পাণ্ডুলিপিৰে পূৰ্ণ হৈ আছিল। যিসকল লোক তেওঁৰ সৈতে আলোচনা কৰিবলৈ বা তেওঁৰ পৰা পুথি ধাৰে নিবলৈ আহে, তেওঁলোকৰ নাম লিখি ৰাখিছিল। তেওঁলোকৰ ভিতৰত আছিল বি. জি. তিলক, এইচ. এন্. আপ্তে আৰু কথাৱাতে।

দামোদৰ গণেশ পাধেই নামৰ তেওঁৰ ছাত্ৰজনে ভাণ্ডাৰকাৰৰ মহান গুণৰাশিৰ বিষয়ে এইদৰে কৈছে ঃ "শিক্ষক আৰু অধ্যাপক হিচাপে ভাণ্ডাৰকাৰৰ মহান গুণৰাশিৰ লগতে আৰু এটা গুণ যোগ দিব পাৰি। গুৰুৰ কোমল চৰণতলত বহাৰ লগে লগেই ছাত্ৰজনে স্নেহ আৰু কোমলতাৰ এক বাতাবৰণত উশাহ লবলৈ ধৰে। ডা. ভাণ্ডাৰকাৰৰ চিত্ৰ প্ৰতীম সেই ব্যক্তিত্ব চকুৰ আগত ভাঁহি উঠে। তেওঁ সেই যুগৰ গুৰু যাক ছাত্ৰ সকলে মৰম আৰু সন্মান কৰে, যাৰ ছবি তেওঁলোকৰ কোমলতম অনুভূতিৰে মনৰ মাজত সাঁচি ৰাখে। তেওঁ অতীতৰ সন্মানিত যি কোনো এজন ঋষিৰ দৰে বা বশিষ্ঠ বা বাল্মিকীৰ দৰে এজন মহাঋষি, যাৰ নামৰ সৈতে আমাৰ সকলোৰে পৰিচয় আছে। তেওঁ এনে এজন আদৰ্শ অধ্যাপক যাৰ নামেৰে আমাৰ বিশ্ববিদ্যালয়বোৰৰ নামকৰণ হোৱাটো আমি বাঞ্ছা কৰোঁ। তেনে লোকক আমি কাচিৎ কেতিয়াবাহে লগ পাওঁ।"[১৩]

---

১৩. এছ্ এন কৰ্ণাটকি, ডা. ভাণ্ডাৰকাৰ য়াঞ্চে চৰিত্ৰ, পৃ : ৭২-৭৩।

# শিক্ষাবিদ

শিক্ষা জগতৰ প্ৰতি ভাণ্ডাৰকাৰে উল্লেখযোগ্য বৰঙণি আগবঢ়াইছিল। মুম্বাই বিশ্ববিদ্যালয়ৰ পৰীক্ষক আৰু ফেল' স্বৰূপে আৰু চিণ্ডিকেটৰ এজন সভ্য স্বৰূপে শিক্ষক আৰু ছাত্ৰসকলৰ সহায়ৰ বাবে তেওঁ বিভিন্ন প্ৰকাৰে কাম কৰি গৈছিল। ১৮৯৩ চনত তেওঁ উপাচাৰ্য নিযুক্ত হয় আৰু ১৮৯৫ চনলৈকে সেই পদত থাকে। ভাৰতীয় হোৱা বাবে আচাৰ্য পদলৈ তেওঁৰ পদোন্নতি নঘটিল। তথাপি ১৯১৬ চনত অধ্যাপক ডি. কে. কাৰ্বেৰ মহিলা বিদ্যাপীঠত তেওঁ সেই মৰ্যাদাৰে কাম কৰিছিল। এই গোটেই সময়ছোৱাত পাঠ্যক্ৰম সম্পৰ্কীয় শিক্ষামূলক সংস্কাৰত তেওঁ ব্ৰতী আছিল। ১৮৭০ চনত চাৰ আলেকজেণ্ডাৰ গ্ৰাণ্ট আৰু ডা. বুহলৰৰ চেষ্টাত সংস্কৃত আৰু লেটিন পাঠ্যক্ৰমৰ অন্তৰ্ভুক্ত কৰা হৈছিল। এই গুৰুত্বপূৰ্ণ সিদ্ধান্তটোৰ সৈতে ডা. কেল্‌হৰ্ণ্ আৰু ভাণ্ডাৰকাৰ জড়িত আছিল। মুম্বাই বিশ্ববিদ্যালয়ৰ সৈতে থকা তেওঁৰ সম্পৰ্কৰ বাবেই আধুনিক সংস্কৃত পণ্ডিতৰ পৰম্পৰাই সৰ্বভাৰতীয় মৰ্যাদা লাভ কৰিছিল। ১৮৯৬ চনত বন্ধু টেলাঙৰ সহযোগত বুৰঞ্জী, ৰাজনৈতিক অৰ্থনীতি আৰু নৈতিক দৰ্শন পাঠ্যক্ৰমত পুনৰ যোগ দিয়াৰ তেওঁ প্ৰয়াস কৰিছিল। পাঠ্যক্ৰমত বুৰঞ্জী সংযোজনৰ ক্ষেত্ৰত তেওঁ কৃতকাৰ্যতা লাভ কৰিছিল। তেওঁ কম্পাৰ্টমেণ্ট পদ্ধতিৰ বিৰোধী আছিল। এই ক্ষেত্ৰত বঙ্গৰ গুৰুদাস বেনাৰ্জীৰ দৃষ্টান্ত তেওঁ দাঙি ধৰিছিল যি ১৯০২ চনত লৰ্ড কাৰ্জনে নিযুক্ত কৰা বিশ্ববিদ্যালয় আয়োগৰ সদস্যস্বৰূপে তেওঁ তাৰ বিৰোধিতা কৰিছিল।

ছাত্ৰসকলে শ্ৰেষ্ঠ শিক্ষা লাভ কৰিব লাগে বুলি শিক্ষাবিদ স্বৰূপে ভাণ্ডাৰকাৰে মত পোষণ কৰিছিল। তাৰ বাবে পৰীক্ষা হ'ব লাগিব উচ্চ পৰ্যায়ৰ। জীৱনত প্ৰতিষ্ঠিত হোৱাৰ পিছতো অধ্যয়নত ব্ৰতী হৈ জনসাধাৰণৰ মঙ্গলৰ বাবে কাম কৰি যাবলৈ তেওঁ ছাত্ৰসকলক উপদেশ দিছিল। চিণ্ডিকেটৰ এজন সদস্য স্বৰূপে তেওঁ কৈছিল যে সদস্যসকলে শিক্ষাসংক্ৰান্ত বিষয়ত ৰাজনৈতিক ৰহণ সানিব নালাগে। চাৰ ফিৰোজশ্বাহ মেহতাৰ সৈতে এবাৰ তেওঁ ঘোৰ তৰ্ক কৰিবলগীয়া হৈছিল। তেওঁৰ ডায়েৰীৰ[১৪] পৰা

১৪. তাৰিখ ১৪-১২-৮৯; কৰ্ণাটকি, ডা. ভাণ্ডাৰকাৰ য়াঞ্চে চৰিত্ৰ, পৃ : ৯৮।

জনা গ'ল যে মুম্বাই বিশ্ববিদ্যালয়ৰ এজন অযোগ্য ইউৰোপীয় পঞ্জীয়কৰ পুনৰনিযুক্তি, প্ৰবল হেঁচা দিয়া সত্ত্বেও তেওঁৰ বাবেই বাতিল হ'ল। বিশ্ববিদ্যালয়ৰ মঙ্গলৰ বাবে আগ্ৰহ থকা এনেকুৱা ভাৰতীয়ৰ দ্বাৰা অৱশেষত এই লোকজনৰ পৰাজয় ঘটিল।

**ভাণ্ডাৰকাৰ আৰু শিক্ষা আয়োগ**

হাণ্টাৰ শিক্ষা আয়োগৰ[১৫] (১৮৮৪) প্ৰতি ভাণ্ডাৰকাৰৰ পৃষ্ঠপোষকতাই তেওঁক এজন মহান শিক্ষাবিদ স্বৰূপে স্বীকৃতি দিয়ে। দেশত পাশ্চাত্য শিক্ষাক উদগনি জনোৱা চৰকাৰী নীতিৰ ফলাফলবোৰ পৰীক্ষা কৰিবৰ বাবে এই আয়োগ নিয়োজিত হৈছিল। মিছনেৰীসকলে তেওঁলোকৰ নিৰ্বাচিত এই ক্ষেত্ৰখনত চৰকাৰে অনুপ্ৰবেশ কৰা বুলি ধৰি লৈছিল। চৰকাৰে গ্ৰহণ কৰা পোনপটীয়া হস্তক্ষেপ উঠাই লব লাগে বুলি তেওঁলোকে প্ৰতিবাদ কৰিছিল আৰু চৰকাৰী অনুষ্ঠানবোৰ বেচৰকাৰী প্ৰতিষ্ঠানক চমজাই দিব লাগে বুলি কৈছিল। তেনে কৰাটো কাম্য হয় নে নহয়, সেইটো নিৰ্দ্ধাৰণ কৰাও আছিল আয়োগৰ কাম।

পাশ্চাত্য শিক্ষা ভাৰতীয়সকলৰ বাবে উত্তম বুলি স্বীকৃত হোৱাৰ পিছতো থলুৱা পদ্ধতি সম্পূৰ্ণ উচ্ছেদ কৰাৰ বিপৰীতে তেওঁ মত দাঙি ধৰি তাৰ প্ৰতি উদগণি আৰু সহায় আগবঢ়াইছিল। তদুপৰি আয়োগে শিক্ষাক্ষেত্ৰৰ পৰা প্ৰত্যাগমন কৰাৰ কোনো প্ৰশ্ন নুঠে বুলি মত দিছিল। "যদি চৰকাৰ আঁতৰি আহিব লাগে, তেনেহ'লে ইয়াৰ চকুত পৰা সঙ্কীৰ্ণ পদ্ধতি এটাতকৈ ভাল আৰু উন্নত পদ্ধতি এটাৰ পৰাহে আঁতৰি আহিব লাগিব।"

ৰানাডে, মেহতা, ৱাচা আৰু আনসকলৰ সৈতে ভাণ্ডাৰকাৰ উচ্চ শিক্ষাৰ পৰিবৰ্তে প্ৰাথমিক শিক্ষাৰ প্ৰসাৰৰ পক্ষপাতী নাছিল। উচ্চ শিক্ষা মিছনেৰীৰ হাতত এৰি চৰকাৰ আঁতৰি অহাৰ তেওঁ ঘোৰ বিৰোধিতা কৰিছিল। তেওঁৰ মতে ভাৰতীয়সকলে নিজৰ দায়িত্ব তেতিয়া নিজে লব পৰা হোৱা নাছিল। উচ্চশিক্ষা পোনপটীয়া চৰকাৰী নিয়ন্ত্ৰণৰ অধীনত থকা উচিত।

স্ত্ৰী শিক্ষাৰ প্ৰসাৰৰ বাবে সকলো উপায় অৱলম্বন কৰিবলৈ ভাণ্ডাৰকাৰ আগ্ৰহী আছিল। ছাত্ৰসকলৰ সাহিত্য আৰু বিজ্ঞান সমাজৰ সম্পাদক হিচাপে বালিকা বিদ্যালয়সমূহৰ পৰিচালনাৰ সৈতে তেওঁ জড়িত হৈ পৰিছিল। তেওঁৰ উদ্যোগত ১৮৭০ চনত প্ৰাৰ্থনা সমাজে পিছপৰা শ্ৰেণীৰ বাবে এখন নৈশ বিদ্যালয় স্থাপন কৰিলে। আনকি পুণেতো এই মহা সমস্যাটোৰ প্ৰতি তেওঁৰ দৃষ্টি নিক্ষেপিত হৈছিল। বন্ধু ৰাও

---

১৫. ছাৰ উইলিয়াম হাণ্টাৰ ইয়াৰ অধ্যক্ষ আছিল বাবে এই নামেৰে জনাজাত হ'ল, মুম্বাই প্ৰভিন্সৰ বাবে প্ৰতিবেদন যুগুতোৱাৰ দায়িত্ব যিসকলক দিয়া হ'ল তাৰ ভিতৰত ভাণ্ডাৰকাৰৰ ছাত্ৰ ন্যায়াধীশ টেলাঙো আছিল।

বাহাদুৰ এচ. পি. পণ্ডিত আৰু ন্যায়াধীশ ৰানাডেৰ সৈতে লগলাগি পুণেত ছোৱালী হাইস্কুল প্ৰতিষ্ঠা কৰিছিল। মহাৰাষ্ট্ৰত এই অনুষ্ঠানটোৱে স্ত্ৰীশিক্ষাৰ ক্ষেত্ৰত মহান অৱদান আগবঢ়াইছে।

শিক্ষা অনুষ্ঠানত ধৰ্মীয় আৰু নীতিশিক্ষাৰ তেওঁ পোষকতা কৰিছিল। ১৯১৪ চনত "মনোৰঞ্জন"ত শিক্ষাৰ এই দিশটোৰ প্ৰতি তেওঁৰ দৃষ্টিভঙ্গী ব্যক্ত কৰিছিল। শিক্ষা অনুষ্ঠানত ধৰ্মমূলক আৰু নৈতিক শিক্ষাৰ পোষকতা কৰি শিক্ষা আয়োগে স্কুল কলেজৰ বাবে নীতিশিক্ষামূলক পাঠ্যপুথি যুগুতাবলৈ দিয়া প্ৰস্তাৱত তেওঁ সমৰ্থন জনাইছিল। কলেজীয়া শিক্ষাৰ প্ৰতি ভাণ্ডাৰকাৰৰ ধাৰণা তেওঁৰ "এইমচ্ এণ্ড্ এ'গুচ্ অৱ এডুকেশ্বন্" নামৰ বক্তৃতাত ভালদৰে প্ৰকাশ পাইছে।

বিশ্ববিদ্যালয় এৰাৰ পিছত স্নাতকসকলে কলেজত শিকা বিষয়বোৰ সম্পূৰ্ণ পাহৰি অন্য সংস্থান বিচাৰি লোৱা দেখিলে ভাণ্ডাৰকাৰে কষ্ট পাইছিল। ভাৰতীয়সকলৰ বাবে ফেল' বা অধ্যাপকৰ নিচিনা পদ আগবঢ়াবলৈ অক্ষয় পুঁজি গঠনৰ ওপৰত তেওঁ গুৰুত্ব দিছিল। ছাত্ৰসকলে উচ্চতৰ গৱেষণা চলাই নিবৰ বাবে জাৰ্মানীৰ বিশ্ববিদ্যালয়ে দিয়া সা-সুবিধাৰ উদাহৰণ তেওঁ দাঙি ধৰিছিল। এই উদ্দেশ্যে চৰকাৰৰ হাতত থকা দক্ষিণা পুঁজি ব্যৱহাৰ কৰাৰ পৰামৰ্শ দিছিল। শিক্ষা সঞ্চালক ই. আই. হাৱাৰ্ডেও এনে ধৰণৰ অধ্যাপক বৃত্তি আৰু ছাত্ৰবৃত্তিৰ পোষকতা কৰিছিল। দক্ষিণা পুঁজিৰ পৰাই ভাৰতীয় সকলৰ মাজত ছাত্ৰ গৱেষকৰ সৃষ্টি কৰিবলৈ তেওঁ যত্ন কৰিছিল। কিন্তু পিছলৈ এই মূল ধাৰণাটো পাহৰা গ'ল। আৰু ফেল'শ্বিপৰ ঠাইত হ্ৰস্বম্যাদী স্কলাৰশ্বিপৰ সৃষ্টি কৰা হ'ল। এই কথাটো ভাণ্ডাৰকাৰে মুঠেই সমৰ্থন কৰা নাছিল। দক্ষিণা পুঁজিটো গৱেষকসকলৰ বাবে পুনৰ মুকলি কৰি মাহে ১৫০ টকাৰ পৰা ২৫০ টকালৈকে ভাট্টা আগবঢ়াবলৈ তেওঁ প্ৰস্তাৱ দিছিল। বৰঙণি বিচাৰি তেওঁ মুম্বাইৰ সদাগৰসকলৰ প্ৰতি আৱেদন জনাইছিল। দক্ষিণা পুঁজিৰ জ্যেষ্ঠ সদস্যসকলে বছৰি দহটাকৈ বক্তৃতা দিব লাগে বুলি তেওঁ কৈছিল। তেওঁলোকে কনিষ্ঠ সদস্যসকলৰ সৈতে লগ লাগি কলেজ শিক্ষকসকলক সহায় কৰাটো উচিত বুলি মত প্ৰকাশ কৰিছিল। লৰ্ড কাৰ্জনৰ ইউনিভাৰচিটি বিল্‌খন দাঙি ধৰাৰ সময়ত সমাৱৰ্তনৰ ভাষণত ১৯০৪ চনত ভাণ্ডাৰকাৰে একেধৰণৰ মত প্ৰকাশ কৰিছিল। তেওঁৰ পৰামৰ্শসমূহ গ্ৰহণ কৰা হ'ল আৰু তাক কাৰ্যত পৰিণত কৰিবৰ বাবে চৰকাৰলৈ আগবঢ়োৱা হ'ল। ন্যায়াধীশ টেলাঙে আৰ্থিক সাহায্য দিবলৈ গৱৰ্ণৰ ৰিপনক আনকি অনুৰোধো জনালে।

লৰ্ড কাৰ্জনে নিয়োগ কৰা বিশ্ববিদ্যালয় আয়োগৰ সদস্য স্বৰূপে ভাণ্ডাৰকাৰে আলোচনাত অংশ গ্ৰহণ কৰি বিলখনৰ সপক্ষে ভোট দিলে। শিক্ষা পদ্ধতিৰ সংস্কাৰৰ ক্ষেত্ৰত তেওঁৰ দৃঢ় মত এয়ে আছিল যে ইংলণ্ডে ভাৰতলৈ তাৰ শ্ৰেষ্ঠ পণ্ডিতসকলক পঠাবই লাগিব। ইংৰাজী শিক্ষাৰ শ্ৰেষ্ঠ প্ৰতিনিধিসকলৰ অবিহনে ভাৰতীয় বিশ্ববিদ্যালয় সমূহ ব্যৰ্থ হ'ব আৰু দেশৰ সাংস্কৃতিক আৰু শৈক্ষিক উন্নতিৰ বাবে ই বৰ ভয়াবহ হৈ

পৰিব। তেওঁৰ শ্ৰদ্ধেয় শিক্ষাগুৰু হৱাৰ্ড আৰু চাৰ আলেক্‌জেণ্ডাৰ গ্ৰাণ্টৰ নাম উল্লেখ কৰি তেওঁলোকক আদৰ্শ শিক্ষকৰ উদাহৰণ বুলি দাঙি ধৰিলে।

লৰ্ড কাৰ্জনৰ ইণ্ডিয়ান ইউনিভাৰচিটি এক্টখনে বিশ্ববিদ্যালয়ৰ পদ্ধতিত মৌলিক পুনৰ গঠনৰ প্ৰতি লক্ষ্য ৰখা নাছিল। বিশ্ববিদ্যালয়ৰ কাম কাজত চৰকাৰৰ হস্তক্ষেপৰ বাবে ইয়াত যথেষ্ট সুৰুঙা আছিল আৰু বৃহৎ সংখ্যক ভাৰতীয় লোকক ই সন্তোষ দিব পৰা নাছিল। তেওঁলোকৰ মাজত ই সুদূৰ প্ৰসাৰী সন্দেহৰ সৃষ্টি কৰিছিল। এই বিলখনৰ প্ৰতি ভাণ্ডাৰকাৰৰ সমৰ্থন উদাৰপন্থী জি. কে. গোখলে আৰু উগ্ৰপন্থী বি. জি. তিলক, দুয়ো ভাল পোৱা নাছিল। এইটো কথা স্বীকাৰ কৰিবই লাগিব যে ভাৰতীয় বিশ্ববিদ্যালয়ৰ স্বাধীনতা খৰ্ব কৰিবলৈহে যে বিলখন উত্থাপন কৰা হৈছিল সেই কথা বুজাত ভাণ্ডাৰকাৰ বিফল হৈছিল। তেওঁৰ প্ৰাচ্য মনোবৃত্তিয়ে সম্ভৱতঃ ভাৰতত বৃটিছ শাসন ঈশ্বৰৰ ইচ্ছা আৰু সকলোৱে তাক মানি চলাটো উচিত বুলি গণ্য কৰিবলৈ শিকাইছিল। তেওঁৰ সমকালীন ব্যক্তিসকলৰ দৰে তাৰ বিৰুদ্ধে বিদ্ৰোহ কৰাটো অনুচিত বুলি ভাবিছিল।

ডেক্কান এডুকেশ্বনেল চচাইটিৰ দ্বাৰা স্থাপিত 'নিউ ইংলিচ স্কুল অৱ পুনা'ৰ প্ৰতি ভাণ্ডাৰকাৰে প্ৰথমতে ভাল দৃষ্টিভঙ্গী লব পৰা নাছিল। কিন্তু পিছত ৰাজৱাড়ে, আপ্তে আৰু গোখলে প্ৰমুখ্যে প্ৰখ্যাত পণ্ডিতসকলে তাত যোগ দিয়া দেখি তেওঁৰ দৃষ্টিভঙ্গী সলনি হ'ল। তেওঁ তাৰ এজন মুখ্য পৃষ্ঠপোষক হ'ল।

শিক্ষা সম্পৰ্কে ভাণ্ডাৰকাৰৰ ধাৰণা ঘাইকৈ দুটা ভাষণৰ পৰা সংগ্ৰহ কৰিব পাৰি। পুণেৰ ডেক্কান কলেজৰ ৰূপালী জয়ন্তীত দিয়া 'কলেজীয়া শিক্ষাৰ লক্ষ্য আৰু প্ৰয়োজন' শীৰ্ষক[১৬] বক্তৃতাটো আৰু আনটো বক্তৃতা দিয়া হৈছিল উপাচাৰ্য[১৭] হিচাপে মুম্বাই বিশ্ববিদ্যালয়ৰ সমাৱৰ্তনত।

প্ৰথম বক্তৃতাটোত শিক্ষাৰ ব্যুৎপত্তিমূলক অৰ্থটো ব্যাখ্যা কৰি তেওঁ কৈছে "পৰিচালনা কৰা" অৰ্থাৎ শুদ্ধ ধাৰণা গঠনৰ প্ৰতি বাট দেখুৱাই দিয়া। সংস্কৃত শব্দ "বিনয়"ৰ অৰ্থও একেটাই। ইয়াৰ অৰ্থ হ'ল অনুভূতি আৰু গুণবোৰৰ প্ৰশিক্ষণৰ যোগেদি এটা সুসংহত শৃঙ্খলাবদ্ধ মন, সজ ব্যৱহাৰ আৰু নম্ৰতা আহৰণ কৰা। আন এটা সংস্কৃত শব্দ "সংস্কাৰ"ৰ যোগেদি ইয়াক ব্যাখ্যা কৰিব পাৰি। ইয়াৰ অৰ্থ হ'ল মনটোক প্ৰশিক্ষণ দিয়া আৰু তাক এটা আকাৰ বা ৰূপ দিয়া। শিক্ষাৰ আন এটা উদ্দেশ্য হ'ল শুদ্ধভাবে পৰ্যবেক্ষণ কৰি তুলনা কৰি, সমালোচনা কৰি এটা শুদ্ধ সিদ্ধান্তত উপনীত হোৱা। ই মনটোক সঙ্কীৰ্ণতাৰ পৰা আঁতৰাই আনি উদাৰ কৰাত সহায় কৰে। ভাণ্ডাৰকাৰৰ মতে এনে শিক্ষাৰ লক্ষ্য হ'ল প্ৰশিক্ষণ আৰু অনুশাসন, যি বিবেকে বা নৈতিক বিচাৰে ধাৰ্য

---

১৬. কলেক্টেড ৱৰ্কছ, খণ্ড ১, পৃ : ৪৬১।

১৭. কলেক্টেড ৱৰ্কছ, খণ্ড ১, পৃ : ৪২৭-৪৫২।

কৰি দিয়া মতে সকলো কৰ্মৰ উৎসক তাৰ নিজস্ব স্থানত স্থাপন কৰে।

এই লক্ষ্যত উপনীত হ'বৰ বাবে কলেজসমূহত বিভিন্ন উপায় অৱলম্বন কৰা হয়। বিভিন্ন পাঠ্যক্ৰম নিৰ্দিষ্ট কৰা হয় ছাত্ৰৰ অনুভূতি আৰু বাসনাসমূহ নিয়ন্ত্ৰণ কৰিবৰ বাবে। কিন্তু ছাত্ৰসকল তেওঁলোকৰ শ্ৰেষ্ঠ শিক্ষকসকলৰ জীৱন্ত নিৰ্দশনৰ দ্বাৰা বেছি অনুপ্ৰাণিত হয়। ভাণ্ডাৰকাৰে তেওঁৰ উচ্চ নৈতিক চৰিত্ৰ আৰু পাণ্ডিত্যৰ দ্বাৰা তাৰ যোগান ধৰিছিল।

সমাজ সংস্কাৰক স্বৰূপে ভাণ্ডাৰকাৰে সামাজিক ব্যাধিস্বৰূপ বাল্যবিবাহ আৰু জাতিভেদৰ প্ৰতি দৃষ্টি নিক্ষেপ কৰিছে। শিক্ষিত ভাৰতীয়সকলক তেওঁলোকৰ আচাৰ-ব্যৱহাৰ, ৰীতি-নীতিবিলাক সমালোচনাৰে পৰীক্ষা কৰি অশুভ শক্তিক নিৰ্মূল কৰিবলৈ আহ্বান জনাইছে, "এটা জাতিয়ে তাৰ নিজস্ব ধ্যান-ধাৰণাৰ যোগেদিয়ে তাৰ সকলো সভ্যতা গঢ়ি তুলিব" বুলি ধৰি লোৱা এটা ভুল ধাৰণা ত্যাগ কৰিবলৈ তেওঁ ভাৰতীয় সকলক আবেদন জনাইছে। পৃথিৱীৰ বুৰঞ্জীৰ পৰা তেওঁ দাঙি ধৰা উদাহৰণবোৰে আন ধৰণেহে প্ৰমাণ কৰি দেখুৱাইছে। গ্ৰীকসকলে ফনিচীয়ান সকলৰ পৰা কিছু কথা গ্ৰহণ কৰিছিল। ৰোমানসকলে গ্ৰীকৰ পৰা গ্ৰহণ কৰিছিল। ইউৰোপীয় সভ্যতা গ্ৰীক, ৰোমান, জাৰ্মান আৰু ইহুদীৰ পৰা গঢ়ি উঠিছিল। সেইদৰে ভাৰতীয় সংস্কৃতিয়ে দ্ৰাবিড়, গ্ৰীক আৰু পিছলৈ আৰবসকলৰ পৰা সমল আহৰণ কৰিছিল।

ভাণ্ডাৰকাৰে নতুন শিক্ষাৰ কিছুমান সুফল অস্বীকাৰ নকৰাকৈয়ো কৈছিল যে সত্য আৰু ন্যায়পৰায়ণতাৰ প্ৰতি আগ্ৰহ, কৰ্তব্য আৰু স্বাধীনতাবোধ ভাৰতীয়ৰ মনত জগাই তুলিবৰ বাবে এই শিক্ষা বিশেষ ফলদায়ক নহ'ব। শুদ্ধ বিচাৰশক্তি আয়ত্ত কৰা সত্বেও সমালোচনাত্মক, তুলনামূলক মানসিক শক্তিৰ অতিমাত্ৰা অভাৱ আমাৰ মাজত লক্ষ্য কৰি তেওঁ অসুখী হৈছিল। এনে ধৰণৰ অশান্তিকৰ অৱস্থাৰ কেৱল কাৰণেই তেওঁ দৰ্শোৱা নাছিল, তাৰ প্ৰতিকাৰৰ উপায়ো দাঙি ধৰিছিল। তেওঁ অতি প্ৰাচীন পণ্ডিত এজনৰ উদ্ধৃতি দিছিল। তেওঁৰ মতে যদি আমি লাভ কৰা শিক্ষাৰ বীৰ্য বা শক্তি আছে, আৰু ই যদি ফলপ্ৰসূ হ'ব লাগে, তেনেহ'লে আমি আমাৰ মাজত কিছুমান প্ৰয়োজনীয় গুণ উপলব্ধি কৰিবলৈ যত্নবান হ'ব লাগিব। জ্ঞানৰ সন্ধানৰ বাবে আমাৰ চেষ্টাত আন্তৰিকতা থাকিব লাগে আৰু তাৰ প্ৰতি আমাৰ গভীৰ অনুৰাগ থাকিব লাগে। তাৰ পৰা কিবা আকস্মিক সুযোগ আদায় কৰিবলৈ যত্ন কৰিব নালাগিব। সত্য, শিৱ আৰু সুন্দৰৰ প্ৰতি আমাৰ মনৰ দুৱাৰ মুকলি হৈ থাকিব লাগিব। আৰু সি ক'ৰ পৰা আহে, সেই বিষয়ে আমি চিন্তিত হ'ব নালাগিব।

আমি নিজে আহৰণ কৰিব নোৱাৰা জ্ঞান ছাত্ৰক দিব নালাগিব। আমাৰ দেশৰ আটাইতকৈ প্ৰাচীন পৰম্পৰা ৰক্ষা কৰি আমাৰ গুৰু আৰু পিতৃ-মাতৃক সন্মান জনাব লাগিব। অধ্যয়নৰ প্ৰতি আমাৰ ভক্তি সম্পূৰ্ণ থাকিব লাগিব আৰু তাৰ পৰা আমাৰ মন আন একোৱে আঁতৰাই আনিব নালাগিব। ভাণ্ডাৰকাৰে সামৰণিত কৈছে, "ঠিক এই

ধৰণেহে আমাক দিয়া শিক্ষাই আমাৰ মনৰ গুণৰাশিৰ বিকাশ সাধন কৰিব। আমাৰ অন্তৰৰ অনুভূতিত এক নৈতিক অনুশাসন স্থাপিত কৰিব আৰু আমাৰ চৰিত্ৰ উন্নত কৰিব।...এই উপায়েৰেহে কেৱল আমাৰ পতিত দেশখনক জগাই তুলিবলৈ আমি সক্ষম হ'ম আৰু বিশ্বত বিভিন্ন জাতিৰ মাজত নিজৰ স্থান অধিকাৰ কৰিবলৈ দেশক সক্ষম কৰিব পাৰিম।"

মুম্বাই বিশ্ববিদ্যালয়ৰ উপাচাৰ্য হিচাপে যুৱ স্নাতকসকলৰ উদ্দেশ্যে দিয়া ১৮৯৪ চনৰ সমাৱৰ্তনৰ ভাষণটোৱো একে ধৰণে উল্লেখযোগ্য। বিশ্ববিদ্যালয়ৰ মেধাবী ছাত্ৰ ন্যায়াধীশ কে. টি. টেলাং, ভি. ভি. গোখলে আৰু এল. আৰ. বৈদ্যৰ অকাল মৃত্যুৱে তেওঁক চকিত কৰিছিল। তেওঁলোকৰ স্মৃতিৰ প্ৰতি, বিশেষকৈ তেওঁৰ পূৰ্বসূৰী ন্যায়াধীশ টেলাঙৰ স্মৃতিত তেওঁ ওজস্বী তৰ্পণ আগবঢ়াইছে আৰু এনে অকাল মৃত্যুৰ কাৰণ বিচাৰি চাইছে। দৰিদ্ৰতা, কঠিন পাঠ্যক্ৰম, বিশ্ববিদ্যালয়ৰ কঠোৰ নিয়ম এই অকাল মৃত্যুৰ বাবে কিছু পৰিমাণে দায়ী বুলি বিশ্বাস কৰা হৈছিল। কিন্তু ভাণ্ডাৰকাৰে এই কথাত হয়ভৰ নিদি বিশ্ববিদ্যালয়ৰ অন্তৰ্ভুক্ত নোহোৱা লোকৰ শতকৰা মৃত্যুৰ হাৰ বিচাৰি উলিয়াইছে। শিক্ষা সাং কৰাৰ লগে লগেই যে বহুতো স্নাতকৰ মৃত্যু হোৱা নাই, তাৰ প্ৰতি তেওঁ দৃষ্টি আকৰ্ষণ কৰিছে। তেওঁলোকে বাছি লোৱা সংস্থানো তাৰ বাবে কিছু পৰিমাণে দায়ী। সুদীৰ্ঘ পাঠ্যক্ৰমে তেওঁলোকৰ স্বাস্থ্যৰ ওপৰত নিঃসন্দেহে গধুৰ হেঁচা দিছে বুলি মানি লৈয়ো অন্যান্য কাৰণবিলাকো তেওঁ বিবেচনা কৰি চাইছে। উদাহৰণ স্বৰূপে তেওঁলোকৰ খাদ্য পুষ্টিকৰ নাছিল। ছাত্ৰসকলে শাৰীৰিক ব্যায়াম কৰিবলৈ ভাল নাপাইছিল আৰু জীৱনটো কেনেকৈ উপভোগ কৰিব লাগে নাজানিছিল। অনেকেই অতি কম বয়সতে বিয়া কৰাইছিল আৰু কম বয়সত মাতৃ হোৱাৰ বাবে তেওঁলোকৰ পত্নীৰ স্বাস্থ্য ভাগি পৰিছিল। সেইবাবে ভাণ্ডাৰকাৰে সামাজিক বিষয়ত আমাৰ দৃষ্টিভঙ্গী প্ৰথমতে সলনি হ'ব লাগে বুলি জোৰ দিছিল যাতে জীৱনৰ নতুন অৱস্থাৰ সৈতে আমি খাপ খাব পাৰোঁ। যুৱ ছাত্ৰসকলক ইংৰাজসকলৰ পৰা সময়ানুবৰ্তিতা আৰু নিয়মানুবৰ্তিতা শিকিবলৈ উপদেশ দিছিল। আৰম্ভণিৰে পৰা তেওঁ বিশেষ শিক্ষাৰ সপক্ষে মাত মাতিছিল। এইটোৱে ছাত্ৰসকলক জীৱনত প্ৰৱেশ কৰাৰ পিছত সহায় কৰিব আৰু তেওঁলোকক বাস্তৱক্ষেত্ৰত পথ প্ৰদৰ্শন কৰিব। সেইটো শিক্ষক আৰু পৰীক্ষক উভয়ৰে ওপৰত নিৰ্ভৰ কৰিব। ছাত্ৰক চিন্তা কৰিবলৈ আৰু কাৰ্যৰ কাৰণবোৰ বিচাৰি উলিয়াবলৈ শিক্ষা দিয়াটো শিক্ষকৰ কৰ্তব্য। তেওঁলোকক শিকোৱা হৈছেনে নাই, তাৰ ওপৰত চকু ৰখাটো পৰীক্ষকৰ কৰ্তব্য। ইয়াতেই উপযুক্ত শিক্ষক আৰু পৰীক্ষক নিয়োগ কৰাৰ প্ৰশ্নটো আহি পৰিছে। দুভাৰ্গ্যজনক ভাবে এই দুয়োটা ক্ষেত্ৰতে কথাবোৰ সন্তোষজনক নহয়।

শিক্ষাৰ নিৰ্দ্ধাৰিত পাঠ শেষ কৰাটোৱেই শিক্ষিত হ'বৰ বাবে যথেষ্ট নহয়। এজন শিক্ষিত লোকক বুজাবলৈ সংস্কৃতত "শিষ্ট" শব্দটো ব্যৱহাৰ কৰা হয়—পতঞ্জলিয়ে

সংজ্ঞা দিয়া মতে তেওঁ "এনে এজন মানুহ যি সম্পদ জমা কৰি নাৰাখে, যিজনৰ লোভ নাই আৰু যিজনে নিৰাসক্তভাৱে আন লক্ষ্য আগত নাৰাখি জ্ঞানৰ কিবা এটা শাখাত পাৰদৰ্শিতা লাভ কৰে।" ইয়াৰ মূল কথাটো হ'ল নিজক জ্ঞানৰ সন্ধানত ব্ৰতী কৰিব লাগে আৰু পাৰ্থিৱ ঐশ্বৰ্যৰ প্ৰতি অনাসক্ত হ'ব লাগে। যিজন মানুহ তেনেকুৱা তেওঁৱেই শব্দটোৰ স্বৰূপাৰ্থত এজন শিক্ষিত আৰু সংস্কৃতিবান লোক। ভাণ্ডাৰকাৰে যুৱক প্ৰাক্ স্নাতক সকলক উপদেশ দিছিল যে তেওঁলোকে বিষয়সমূহ কেৱল উপাধি লবৰ বাবেই পঢ়িব নালাগে, তাৰ মাজত থকা ভালখিনি উন্নত কৰি, তাৰ প্ৰশংসা কৰি, তেওঁলোকৰ চৰিত্ৰৰ এটা অংশ কৰি লব লাগে। তেওঁলোকে বাছি লোৱা বিষয়সমূহৰ প্ৰতি আজীৱন অনুৰাগ ৰাখিবলৈ তেওঁ ছাত্ৰসকলক উপদেশ দিছিল। আন আন দেশৰ কিছুমান ধাৰণাৰ বিকাশৰ প্ৰতি তেওঁলোকে সূক্ষ্মভাৱে নিৰীক্ষণ কৰিব লাগে যিবিলাক তেওঁলোকৰ নিজৰ বাবেও উপকাৰী হ'ব পাৰে।

ভাণ্ডাৰকাৰৰ মনত অনবৰতে প্ৰভাৱশালী হৈ থকা ভাৱটো হ'ল, মানৱ জাতিৰ ঐক্য। ইউৰোপীয়সকলৰ মনৰ ওপৰত তাৰ এটা শক্তিশালী প্ৰভাৱ আছে আৰু সেইবাবেই এইখন দেশৰ লগতে অন্যান্য দেশৰো সাহিত্য বুৰঞ্জী আৰু ধৰ্ম সহানুভূতি পূৰ্ণ উদ্যমৰ সৈতে তেওঁলোকে অধ্যয়ন কৰে। বৰ্বৰতাৰ পৰা সভ্যতালৈ আগবাঢ়ি যোৱাৰ পথত আন জাতিবিলাকৰ ধাৰণাৰ ক্ৰমোন্নতি যত্ন সহকাৰে অধ্যয়ন কৰিবলৈ তেওঁ দেশবাসীক আহ্বান জনাইছিল। এই উন্নত ধাৰণাবোৰে, আমাৰ জাতিৰ বুৰঞ্জী নিৰপেক্ষতাৰে বিচাৰ কৰি ইয়াৰ নিৰুদ্ধ গতি, পতন আৰু স্খলনৰ কাৰণবোৰৰ অধ্যয়নৰ যোগেদি সভ্যতাৰ পথেৰে কেনেদৰে ই আগবাঢ়ি গৈ আছে, তাৰ গতিবিধি লক্ষ্য কৰিবলৈ আমাক অনুপ্ৰেৰণা যোগাব। যথেষ্ট স্পষ্টতা আৰু দূৰদৰ্শিতাৰে ভাণ্ডাৰকাৰে সমাৱৰ্তন ভাষণ এইদৰে সামৰিছেঃ

"মোৰ বন্ধুসকল, আমি বৰ্তমান ভাৰত বুৰঞ্জীৰ অত্যন্ত গুৰুত্বপূৰ্ণ সময়ছোৱাত জীয়াই আছোঁ। এই যুগৰ আমাৰ স্বভাৱৰ ওপৰত আমাৰ দেশৰ ভৱিষ্যত নিৰ্ভৰ কৰিছে। ইউৰোপীয় সভ্যতাৰ প্ৰভাৱত দেশৰ বৌদ্ধিক আৰু নৈতিক চেতনা এতিয়া নিশ্চয় জাগি উঠিব লাগিব। দেশক নতুনকৈ গঢ় দিয়াৰ গধুৰ দায়িত্ব, এই প্ৰভাৱ অনুভৱ কৰাসকলৰ ওপৰত পৰিছেহি। মানৱতাৰ সৈতে জড়িত সকলো বিষয়ৰ ভাৱ উদ্দীপিত কৰিব লাগিব। সাহিত্য আৰু দৰ্শনৰ নতুন আৰম্ভণি হ'ব লাগিব। আমাৰ মাতৃভাষাৰ উন্নতি সাধিব লাগিব আৰু জ্ঞানৰ পিপাসা বঢ়াই তুলিব লাগিব। আমাৰ সামাজিক অনুষ্ঠানসমূহৰ বৈষম্য আৰু মিথ্যাচাৰবোৰ শুধৰাব লাগিব। বাস্তৱ নৈতিকতাবোধৰ মানদণ্ড উন্নত কৰিব লাগিব, ৰুচি উন্নত কৰিব লাগিব। মহত্ত্বৰ ধাৰণাবোৰ মানুহৰ আগত দাঙি ধৰিব লাগিব। ধৰ্ম পৱিত্ৰ আৰু শোধিত কৰিব লাগিব।...এই পুনৰ জাগৰণৰ পদ্ধতিটোত যিবিলাক ধাৰণা বা মুলতত্ত্বই আমাক পৰিচালনা কৰি লৈ যাব নিৰাপদে, সেইবিলাকেই হ'ল কৰ্তব্যৰ প্ৰতি চেতনা, সত্যৰ প্ৰতি প্ৰেম

আৰু ন্যায়ৰ প্ৰতি প্ৰেম। এই ধাৰণাবোৰ গ্ৰহণ কৰিবলৈ যি শিক্ষাই আমাক সক্ষম নকৰে, সেই শিক্ষা উপকৰা বুলি আমি বিবেচনা কৰিব লাগিব। সেইবিলাকে আমাৰ কেৱল ব্যক্তিগত চৰিত্ৰকে উন্নত নকৰে, সেইবিলাকেই কেৱল আমাৰ জাতিটোৰ ভৱিষ্যতৰ সুখ সুনিশ্চিত কৰিব। সমাজ ব্যৱস্থা, ৰীতি-নীতি যেতিয়া সত্য আৰু ন্যায়ৰ ওপৰত প্ৰতিষ্ঠিত হ্ব, তেতিয়াহে সেইবিলাক এটা জাতিৰ সুখ আৰু আৰু সমৃদ্ধিৰ সহায়ক হ'ব।[১৮]

---

১৮. কলেক্টেড ৱৰ্কছ, খণ্ড ১, পৃ : ৪৫০-৫১।

# 5

# মহান প্ৰাচ্যবিদ

ভাৰতবিদ্যাৰ[১৯] সকলো শাখাৰে পৰামৰ্শমূলক সমালোচনাত সিদ্ধপুৰুষ আৰ. জি. ভাণ্ডাৰকাৰৰ প্ৰৱৰ্তিত চিন্তাধাৰা প্ৰাচ্যবিদসকলৰ মাজত "ভাণ্ডাৰকাৰ ধাৰা" নামে প্ৰসিদ্ধ। ভাৰতবিদ্যাৰ বিভিন্ন ক্ষেত্ৰত বহুসংখ্যক পণ্ডিতে তেওঁ প্ৰৱৰ্তন কৰা ধাৰাবোৰকেই আগবঢ়াই লৈ গৈছে। অধ্যাপক এইচ. চি. ৰয়, হেমচন্দ্ৰ ৰায়চৌধুৰী, কে. এ. নীলকান্ত শাস্ত্ৰী, পি. ভি. কাণে. এচ. কে. বেলৱালকাৰ, পি. ডি. গুণে, আৰু আনসকলৰ বৰঙণি এই ধাৰাটোৰেই সৃষ্টি। এই মহান ভাৰতবিদজনৰ বিভিন্ন গৱেষণাৰ বিষয়ে সেইবিলাকৰ ঐতিহাসিক পটভূমি নজনাকৈ, জনাটো সম্ভৱ নহয়।

উনৈশ শতিকাত ভাণ্ডাৰকাৰৰ জীৱনৰ শ্ৰেষ্ঠ সময়ছোৱা অতিবাহিত হৈছিল। সেই সময়ছোৱা বিশেষধৰণে সৃষ্টিশীল। সেই অপূৰ্ব নবজাগৰণৰ সময়ছোৱাত ভাৰতৰ সাংস্কৃতিক ঐতিহ্যৰ পুনৰ আৱিষ্কাৰ আৰু তাৰ গৌৰৱময় অতীতক নতুনকৈ ব্যাখ্যা কৰাৰ বাসনা প্ৰকট হৈ উঠিছিল। পাশ্চাত্যৰ বৈজ্ঞানিক চিন্তাধাৰাৰ ফলস্বৰূপে ইয়াৰ উদ্ভৱ হৈছিল। ই ভাৰতীয় সমাজক, বিশেষকৈ আটাইবিলাক ৰাজনৈতিক আৰু সাংস্কৃতিক স্তৰত, গভীৰভাবে প্ৰভাৱান্বিত কৰিছিল।

অতীতৰ পৰম্পৰাৰ পৰা এটা জাতিয়ে নিজক বিচ্ছিন্ন কৰিব নোৱাৰে। ন্যায়াধীশ এম. জি. ৰানাডেই অভিমত দিছে, "প্ৰকৃত সংস্কাৰকজনে পৰিষ্কাৰ ফলি এখনত লিখিবলগীয়া নহয়। আধা লিখা বাক্য সম্পূৰ্ণ কৰাই সততে তেওঁৰ কাম। আমি ইচ্ছা কৰিলেও অতীতটোৰ পৰা আঁতৰি আহিব নোৱাৰোঁ। প্ৰকৃতপক্ষে উচ্ছ্বসিত ভাৰতবৰ্ষ হ'ল উনৈশ শতিকাৰ পাশ্চাত্যৰ প্ৰগতিশীল চিন্তাধাৰা আৰু ভাৰতৰ প্ৰাচীন মহত্ত্বৰ নৱজাগ্ৰত উচ্চাঙ্গ সুৰৰ সমন্বয়ৰ সৃষ্টি।"

এই ধাৰণাবোৰৰ ভিত্তিত গঢ়ি উঠা অনুষ্ঠানবোৰৰ ভিতৰত "এচিয়াটিক চ'চাইটি অৱ কেলকাট্টা"ই ভাৰতৰ সাংস্কৃতিক নবজাগৰণত আটাইতকৈ উল্লেখযোগ্য বৰঙণি যোগাইছে। "ভাৰতৰ বুৰঞ্জী আৰু প্ৰত্ন, কলা, বিজ্ঞান আৰু সাহিত্যৰ অনুসন্ধান কৰাৰ

---

১৯. ডা. ডি. আৰ. ভাণ্ডাৰকাৰ, প্ৰাচীন ভাৰতীয় মুদ্ৰাবিদ্যা বিষয়ক বক্তৃতা, উচৰ্গা।

উদ্দেশ্যে" বিদগ্ধ পণ্ডিত চাৰ উইলিয়াম জোন্‌চে ১৯৮৪ চনৰ জানুৱাৰী মাহত ইয়াক প্ৰতিষ্ঠা কৰিছিল। চ'চাইটিৰ সৈতে জড়িত অন্যান্য পণ্ডিতসকল হ'ল হেন্‌ৰী টমাচ্, ক'লব্ৰুক্, আৰু জেম্‌চ্ প্ৰিন্সেপ্। প্ৰাচীন ভাৰতক পোহৰলৈ আনিবৰ বাবে এইদৰে এজন ইউৰোপীয় পণ্ডিত বিষয়াই আছিল প্ৰথম অগ্ৰদূত। ইংলণ্ড, জাৰ্মানী, ফ্ৰান্স, হলেণ্ড আদি বেলেগ বেলেগ দেশৰপৰা তেওঁলোক আহিছিল। ওপৰত উল্লেখ কৰা সকলৰ উপৰিও বৃটিছসকলৰ ভিতৰত আছিল উইল্‌চন্, কানিংহাম, ফাৰ্গুচন্, মেক্‌ডনাল্ড্, কেইথ্, এফ. ডব্লিউ. টমাচ্, ই. জে. টমাচৰ দৰে মহান নামবিলাক আৰু অন্যান্য সকল। এই ক্ষেত্ৰত আটাইতকৈ বেছি বৰঙণি আছিল জাৰ্মান পণ্ডিতসকলৰ। তেওঁলোক হ'ল স্কিগেল্, বপ্প্, ৰথ্ ওল্‌ডেন্‌বাৰ্গ, গেল্ডনাৰ্, জেকবি, মেক্স্‌মূলাৰ, ৱেবাৰ, গ'ল্ড্‌ষ্টাকাৰ্, উইন্টাৰ্‌নিজ্ আৰু আনসকল। ফৰাচী আৰু পৰ্তুগীজসকলৰ ভিতৰত আছিল চিল্‌ভেইন্, লিয়েৰ, চেনাৰ্ট, বাৰ্ণফ্, ৰেনো, ৱল্‌নে, কাৰ্পেন্টিয়াৰ্, কচিগনি, ইউজিন্, হামাকাৰ্ আৰু কাৰ্ণ্। ভাৰতীয়সকলো, নিজৰ ঐতিহ্যৰ বিজ্ঞানসন্মত অধ্যয়নৰ যোগেদি প্ৰগাঢ় অতীতক পোহৰলৈ আনিবলৈ আৰু ভাৰতৰ চিৰন্তন বাণী পৃথিৱীক বিলাই দিবলৈ পিছ পৰি নাথাকিল। ৰাজা ৰামমোহন ৰয়, ৰাজা ৰাধাকান্ত দেৱ, ঈশ্বৰ চন্দ্ৰ বিদ্যাসাগৰ আৰু পিছলৈ ৰাজেন্দ্ৰলাল মিত্ৰ সেই অগ্ৰণী পণ্ডিতসকলৰ ভিতৰৰে আছিল। ভাৰতৰ ভাৰততত্ত্ব সম্পৰ্কীয় চেতনাৰ কথা অধ্যাপক মেক্স্‌মূলাৰে ওজস্বী ভাষাৰে এইদৰে বৰ্ণনা কৰিছে ঃ

"বৰ্ত্তমান সময়ত ভাৰতবৰ্ষৰ বৌদ্ধিক জীৱন কিছুমান বিচিত্ৰ সমস্যাৰে পৰিপূৰ্ণ। ই ইমান বেছি ফেশ্বন হৈ পৰিছে যে ইয়াৰ অন্ধকাৰ দিশটোৰ বাহিৰে আন ঠাইত চকু নপৰাটো আৰু আমি ভাৰতবৰ্ষত দেখা পোৱা ধৰণৰ বৌদ্ধিক পুনৰজাগৰণ আৰু ব্যৰ্থ নোহোৱাকৈ নাথাকিব বুলি আমি ভবা কথাটো পাহৰিব নোৱাৰোঁ। এজাক নতুন মানুহে ভাৰতত এতিয়া মূৰ দাঙি উঠিছে। তেওঁলোকে যেন এহেজাৰ বছৰ খোজ কাঢ়ি পাৰ হৈ হঠাতে ইউৰোপৰ বৌদ্ধিক দিগন্তত প্ৰবেশ কৰিছেহি।...আমাৰ মন আটাইতকৈ বেছি আকৰ্ষণ কৰিছে তেওঁলোকৰ পাণ্ডিত্যই। এইটো সঁচা যে পুৰণি পদ্ধতিৰ সংস্কৃত পণ্ডিতসকল নোহোৱা হৈ আহিছে। আৰু নোহোৱা হ'বগৈ। তেওঁলোক আৰু কেতিয়াও ঘূৰি নাহে। কিন্তু ইউৰোপীয় অধ্যাপকসকলে শিক্ষা দিয়া নতুন, প্ৰতিশ্ৰুতিপূৰ্ণ এদল ভাৰতীয় ছাত্ৰ ওলাই আহিছে। সাম্প্ৰতিক বিতৰ্কৰ পৰা বিচাৰ কৰি চালে দেখা যায় যে তেওঁলোক ভৱিষ্যতে নহয়, এতিয়াই, আমাৰ পাণ্ডিত্যৰ আটাইতকৈ ভয়ঙ্কৰ প্ৰতিদ্বন্দ্বী হৈ পৰিছে। ভাৰতীয় প্ৰত্নতত্ত্ব আৰু সাহিত্যৰ বিতৰ্কমূলক কথাবোৰৰ ক্ষেত্ৰত ডা. ভাও ডাজিৰ প্ৰবন্ধবোৰ অতি মূল্যৱান। ক্লান্তিহীন ৰাজেন্দ্ৰ লাল মিত্ৰই এচিয়াটিক্ চ'চাইটিৰ প্ৰকাশনৰ ক্ষেত্ৰত অপূৰ্ব অৰিহণা যোগাই আছে। মুম্বাইত প্ৰকাশিত অধ্যাপক ভাণ্ডাৰকাৰ, শঙ্কৰ পাণ্ডুৰাং পণ্ডিত আৰু অন্যান্যসকলৰ সংস্কৃত পাঠবোৰ ইউৰোপীয় পণ্ডিতৰ কামৰ সৈতে তুলনা কৰিবলৈ ভয় খাব নালাগে।"[২০]

পশ্চিম ভাৰতেও এই নতুন যুগৰ প্ৰভাৱ অনুভৱ কৰিছে। মুম্বাই লিটাৰেৰী

চ'চাইটি ১৮০৪ চনৰ ২৬ নৱেম্বৰত আৰম্ভ হৈছিল। চাৰ জেম্চ্ মেকিন্টোছে তাৰ গুৰি ধৰিছিল। ১৮২৯ চনত এই চ'চাইটি 'বম্বে ব্ৰাঞ্চ অব্ দি ৰয়েল এচিয়াটিক চ'চাইটি'ত পৰিণত হ'ল আৰু এদল ইউৰোপীয় পণ্ডিতৰ পৰিচালনাত চলি থাকিবলৈ ধৰিলে। এই অনুষ্ঠানৰ আটাইতকৈ উল্লেখযোগ্য নামটো হ'ল ডা. জন্ উইল্চন্। তেওঁ আছিল এজন সংস্কৃতজ্ঞ আৰু ১৮৩৫ চনত তাৰ সভাপতি হৈছিল। ১৮৩৯ চনৰ ১০ জুলাইত তেওঁৰ ভাষণত চ'চাইটিৰ সদস্যসকলক আবেদন জনাইছিল যেন তেওঁলোকে ভাৰতীয় জীৱনৰ বাস্তৱিক, ঐতিহাসিক, সাহিত্যিক, ধৰ্মীয় আৰু শাসনব্যৱস্থাৰ বিভিন্ন দিশবোৰ অনুসন্ধান কৰে।

## ভাণ্ডাৰকাৰৰ আগৰ ভাৰতবিদ্যাৰ অধ্যয়ন

ৰয়েল এচিয়াটিক চ'চাইটিৰ মুম্বাই শাখাটো সৃষ্টি হোৱাৰ পিছত পশ্চিম ভাৰতত ভাৰততত্ত্বৰ অধ্যয়নে প্ৰগতিৰ বাবে প্ৰেৰণা পালে। পেছোৱাসকলৰ পতনৰ পিছত সকলোপিনে দেখা দিয়া অৱক্ষয়ৰ পৰা পুণেই তেতিয়াও গা কৰি উঠিব পৰা নাছিল। বম্বে প্ৰেচিডেন্সিয়ে সজীৱতা আৰু বৃদ্ধিৰ চিন দেখুৱাই আগবঢ়াই লৈ যাবলৈ ওলাল। পুণেত মোৰ শাস্ত্ৰী সাথে, কৃষ্ণ শাস্ত্ৰী চিপলুঙ্কাৰ আৰু ৰাও বাহাদুৰ গোপাল হৰি দেশমুখৰ বাহিৰে উল্লেখযোগ্য কোনো নাছিল। পুণেৰ এই শোচনীয় অৱস্থাৰ কথা ন্যায়াধীশ ৰানাডেৰ প্ৰৱন্ধত বৰ্ণিত হৈছে। ভি. কে. চিপলুঙ্কাৰৰ মৃত্যু বাৰ্ষিকীত তিলকৰ ভাষণতো প্ৰকাশ পাইছে।

প্ৰাচ্য গৱেষণাৰ ক্ষেত্ৰত ভাণ্ডাৰকাৰৰ আবিৰ্ভাবৰ আগতে এই মহৎ কামটোৰ পথ সুগম কৰিবলৈ কেবাজনো বিখ্যত লোক আছিল। এইখিনি সময়তে ৰয়েল এচিয়াটিক চ'চাইটিত নাম ভৰ্তি কৰিবলৈ কেবাজনো ভাৰতীয় আহিল। ১৮৪০ চনৰে পৰা প্ৰথমজন সভ্য আছিল এজন পাৰ্চী মানেক্জী কুৰ্চেট্জী। প্ৰথম সদস্যসকলৰ ভিতৰত আছিল প্ৰত্নতত্ত্ববিদ অধ্যাপক বালশাস্ত্ৰী জাম্ভেকাৰ আৰু ডা. ভাও ডাজি। অধ্যাপক জাম্ভেকাৰৰ আছিল বিবিধ পাণ্ডিত্যৰ প্ৰতি ৰুচি। বঙ্গদেশত ৰামমোহন ৰায়ে কৰাৰ দৰে একে কাম তেওঁ বঙ্গদেশত কৰিছিল। ভাৰতৰ প্ৰাচীন ইতিহাস বহন কৰা শিলালিপি আৰু তাম্ৰশাসন সম্পৰ্কে তেওঁ ভালেকেইখন ৰচনা ৰয়েল্ এচিয়াটিক এণ্ড জিওগ্ৰাফিকেল্ চ'চাইটিত পাঠ কৰিছিল। আন এজন পণ্ডিত আছিল ৰাও বাহাদুৰ শঙ্কৰ পাণ্ডুৰাং পণ্ডিত। তেওঁৰ ইংৰাজীৰ বাবে তেওঁ বিখ্যাত। ঋগবেদ তেওঁ মাৰাঠী ভাষালৈ অনুবাদ কৰিছিল। অথৰ্ববেদ ভাষ্য আৰু গৌড়ৱাহোৰ বাবে তেওঁ বিখ্যাত। লণ্ডনৰ 'ইণ্টাৰনেশ্যনেল্ কংগ্ৰেছ অৱ অৰিয়েণ্টেলিষ্ট্ছ্'ত কালিদাসৰ সময় সম্পৰ্কে এখন ৰচনা পাঠ কৰিছিল। তেওঁ মুম্বাইৰ চৰকাৰৰ দ্বাৰা মনোনীত হৈছিল। ৰাও চাহিব বিশ্বনাথ

২০. ৰয়েল এছিয়াটিক চছাইটীৰ মুম্বাই শাখাৰ পত্ৰিকা, ১৮৭৯ XLI-XLII.

নাৰায়ণ মাণ্ডলিকৰ দৃষ্টান্ত ভাণ্ডাৰকাৰৰ আগত সদায় আছিল। "হিন্দু ধৰ্মশাস্ত্ৰ", আৰু "ব্যৱহাৰমায়ুখ", "যাজ্ঞবল্ক্য" আৰু "মনুস্মৃতি" আছিল তেওঁৰ অৱদান। মুম্বাইৰ ৰয়েল এচিয়াটিক চ'চাইটিৰ তেওঁ সভাপতি আছিল। পণ্ডিত ভগৱানলাল ইন্দ্ৰজীৰ সৈতে তেওঁ ডা. ভাও ডাজিৰ পদত অধিষ্ঠিত হৈছিল। তেওঁৰ পিছত এদল বিজ্ঞ পণ্ডিতে ভাৰততত্ত্বৰ গৱেষণাত জ্ঞানৰ বন্তি জ্বলাই ৰাখিছিল। সেইসকলৰ ভিতৰত ভাণ্ডাৰকাৰেই আছিল সৰ্বোত্তম।

প্ৰাচ্য অধ্যয়নৰ প্ৰতি ভাণ্ডাৰকাৰৰ বৰঙণি পাচোঁটা শ্ৰেণীত ভগাব পাৰি। আমি ভাণ্ডাৰকাৰক এজন মহান ঐতিহাসিক, ভাৰতীয় ধৰ্ম আৰু দৰ্শনৰ এজন গভীৰ জ্ঞানসম্পন্ন পণ্ডিত, সংস্কৃত পাঠৰ সমালোচক সম্পাদক, ভাষাবিদ আৰু বৈয়াকৰণিক স্বৰূপে দেখা পাওঁ। তেওঁ আনে ৰচনা কৰা পুথিৰ এজন সূক্ষ্ম সমালোচক।

### ঐতিহাসিক

ভাণ্ডাৰকাৰে "আৰ্লি হিষ্ট্ৰী অৱ ডেক্কান" ৰচনা কৰা সময়ত ভাৰত বুৰঞ্জীৰ সেইটো দিশত কোনো উল্লেখযোগ্য পুথি ৰচিত হোৱা নাছিল। ডা. ভাও ডাজি আৰু ইন্দ্ৰজীয়ে শিলালিপি, পাণ্ডুলিপি আৰু ভাৰত বুৰঞ্জীৰ সীমাবদ্ধ ক্ষেত্ৰত প্ৰৱন্ধ ৰচনা কৰিছিল। মাণ্ডলিক আৰু পণ্ডিতৰ ক্ষেত্ৰতো একেটা কথাকে কব পাৰি। বঙ্গদেশতো ৰাজেন্দ্ৰ লাল মিত্ৰই এচিয়াটিক চ'চাইটিত একে ধৰণৰ কামকে কৰি আছিল। ৰমেশ চন্দ্ৰ দত্তই নিঃসন্দেহে ভাৰতৰ প্ৰাচীন বুৰঞ্জী সম্পৰ্কে বহু ৰচনা কৰিছিল। কিন্তু মৌলিকতাৰ অভাৱৰ বাবে ইতিহাসৰ আধুনিক ছাত্ৰৰ বাবে বেছি মূল্যবান নহয়। সেইবাবে আৰ. জি. ভাণ্ডাৰকাৰেই হ'ল ভাৰতৰ প্ৰথম উল্লেখযোগ্য বুৰঞ্জীবিদ। ৰাজনৈতিক বুৰঞ্জীৰ ক্ষেত্ৰত তেওঁ দুখন মূল্যবান গ্ৰন্থ ৰচনা কৰিছিল—"আৰ্লি হিষ্ট্ৰী অৱ ডেক্কান্" আৰু "এ পীপ্ ইন্ টু দি আৰ্লি হিষ্ট্ৰী অৱ ইণ্ডিয়া।"

প্ৰথম পুথিখন ভাৰতৰ প্ৰাচীন ইতিহাস সম্পৰ্কে অতি মূল্যবান ৰচনা। আৰ্যবসতিৰ পৰা আৰম্ভ কৰি আলাউদ্দিন খিল্‌জীৰ পুতেক মোবাৰক ছাহৰ হাতত পৰাজিত হোৱালৈকে ১৩১৮ চনত হিন্দু ৰাজত্বৰ অন্তলৈকে দাক্ষিণাত্যৰ বুৰঞ্জী ইয়াত প্ৰথমবাৰৰ বাবে দাঙি ধৰা হৈছে। "এ পীপ্ ইনটু দি আৰ্লি হিষ্ট্ৰী অৱ ইণ্ডিয়া" কেৱল এখন সৰু পুস্তিকা। সাৱলীল ভাষাত বৌদ্ধধৰ্মৰ প্ৰচলনৰ পৰা গুপ্তসকলৰ অধীনত হিন্দুধৰ্মৰ পুনৰুত্থান পৰ্যন্ত ভাৰতৰ প্ৰাচীন ইতিহাসৰ এটা বিশ্বাসযোগ্য সমীক্ষা ইয়াত দাঙি ধৰা হৈছে। প্ৰত্নতাত্ত্বিক অৱশেষ, মুদ্ৰা, শিলালিপি আৰু বিদেশী পৰিব্ৰাজকৰ লেখনিৰ দ্বাৰা অতীতক পুনৰগঠন কৰিবৰ বাবে ইয়াত উচ্চ গৱেষণাৰ আৰ্হিৰ যোগান ধৰা হৈছে। তাতোকৈয়ো বিশেষীকৃত বিষয়বস্তুবোৰৰ ভিতৰত উল্লেখযোগ্য হ'ল "ক্ৰিটিকেল, কমপেৰেটিভ্ এণ্ড্ হিষ্ট্ৰিকেল্ মেথড্ অৱ ইনকুইৰী।" ভাৰততত্ত্ব সম্পৰ্কে বিজ্ঞানসুলভ উপায়েৰে অধ্যয়ন কৰাৰ এটা শক্তিশালী যুক্তি তাত দাঙি ধৰা হৈছে।

স্বদেশ প্ৰেমিক ভাণ্ডাৰকাৰ আছিল বৃটিছৰো এজন আন্তৰিক সমৰ্থক। নিজৰ সংস্কৃতি আৰু পৰম্পৰাৰ প্ৰতি বিশ্বাস ৰাখিও তেওঁৰ বৃটেইন আৰু জাৰ্মানীৰ প্ৰতি প্ৰকৃত মৰম আছিল। তাৰ সংস্কৃত পণ্ডিতসকলৰ সৈতে তেওঁ আজীৱন সম্পৰ্ক ৰক্ষা কৰিছিল। বুৰঞ্জীৰ প্ৰতি তেওঁৰ দৃষ্টিভঙ্গী আছিল উনৈশ শতিকাৰ বুৰঞ্জীবিদৰ। তেওঁলোকে অতীতটো যেনে আছিল তেনে ৰূপতে দাঙি ধৰিছিল। "এ পীপ্ ইন্ টু দি আৰ্লি হিষ্ট্ৰী অৱ ইণ্ডিয়া"ত বুৰঞ্জীবিদ এজনৰ কৰ্তব্য সম্পৰ্কে থকা ধাৰণাৰ কথা এইদৰে তেওঁ চমুকৈ দাঙি ধৰিছে ঃ

"এজন বিচাৰপতিয়ে অনুসৰণ কৰা সাক্ষ্যগ্ৰহণৰ মূলনীতিবোৰ এই তথ্যবোৰৰ ক্ষেত্ৰতো গ্ৰহণ কৰিব লাগিব। প্ৰথমতে বুৰঞ্জীবিদজন নিৰপেক্ষ হ'ব লাগিব। তেওঁৰ আগত থকা তথ্যসমূহৰ পৰা নিজৰ দেশ বা জাতিৰ গৌৰৱ ঘোষণা কৰাৰ প্ৰৱণতা তেওঁৰ থাকিব নালাগিব। নতুবা দেশৰ বা তাৰ জণগণৰ বিৰুদ্ধে মনত সংস্কাৰ থাকিব নালাগিব। কেৱল বিশুদ্ধ সত্যৰ বাহিৰে আন একো তেওঁৰ লক্ষ্য হ'ব নালাগিব আৰু প্ৰতিটো ক্ষেত্ৰতে তেওঁৰ সন্মুখত থকা সাক্ষ্যৰ বিশ্বাসযোগ্যতা, তাৰ সম্ভাৱনা বা তাৰ বিপৰীতে প্ৰতিটো ঘটনা বিচাৰ কৰি চাব লাগিব। তেওঁ এজন প্ৰত্যক্ষদৰ্শী নে সমসাময়িক দৰ্শী আৰু কিবা এটা নিৰূপণ কৰোঁতে অতিৰঞ্জন বা উচ্ছ্বাসৰ ৰাগীত পৰিছে নেকি, তাক নিৰ্ণয় কৰিব লাগিব। প্ৰচলিত কোনো কিম্বদন্তীকেই বুৰঞ্জীমূলক সত্য বুলি গ্ৰহণ কৰিব নালাগিব, কিন্তু তাত সত্যৰ এটা কণিকা আছে নেকি তাক সাক্ষ্য বা আন উপায়েৰে বিচাৰ কৰি চাব লাগিব।"

এই উদ্ধৃতিটোৱেই দেখুৱাইছে বুৰঞ্জী ৰচনাৰ মূলসূত্ৰসমূহ কিদৰে তেওঁৰ অৱগত আছিল।

ভাৰতীয় জাতীয়তাৰ চেতনা জাগ্ৰত হোৱা সময়ছোৱাত যেতিয়া লেখকসকলে গৌৰৱময় অতীতৰ ওপৰত গুৰুত্ব দিয়াৰ প্ৰৱণতা এটা দেখা গৈছিল, তেতিয়া ভাণ্ডাৰকাৰে দিয়া উপদেশ আছিল প্ৰণিধানযোগ্য। বুৰঞ্জীবিদৰ বাবে জাতীয়তাবাদমূলক পক্ষপাতিত্বৰ দৰে ভয়ঙ্কৰ কথা একো নাই। ই তেওঁক সুনিশ্চিতভাৱে পক্ষপাতমূলক আৰু অন্যায়জনক সিদ্ধান্তৰ প্ৰতি আগবঢ়াই লৈ যাব। "কেৱল নিৰস সত্য তেওঁৰ লক্ষ্য হ'ব লাগে।" লেখকজনে শিকোৱা এই কথাষাৰ ভাণ্ডাৰকাৰে নিজৰ ৰচনাতো প্ৰয়োগ কৰিছিল। প্ৰথম অৰিয়েণ্টেল কনফাৰেন্সৰ ভাষণত তেওঁ কৈছে, "এজন সমালোচক পণ্ডিতে তেওঁৰ কামবোৰ আদালতৰ এজন বিচাৰকৰ দৰে বিবেচনা কৰি কৰিব লাগে। তথাপিও মানবীয় দুৰ্বলতাই তাত কাম কৰে আৰু কেবাবাৰো পুনৰ আবেদনৰ প্ৰয়োজন ঘটায়। এজন বিচাৰকৰ মত আনজনৰ পৰা আৰু এজন সমালোচনাপ্ৰৱণ পণ্ডিতৰ মতৰ সৈতে আন এজনৰ মতৰ পাৰ্থক্য থাকে।" সেই একেটা ভাষণতে তেওঁ কৈছে, "কোনো কোনো ইউৰোপীয় পণ্ডিতে উকীলৰ ভূমিকা গ্ৰহণ কৰে, ভাৰতীয় পণ্ডিতে তেওঁলোকৰ সভ্যতাত বাহিৰৰ প্ৰভাৱ অস্বীকাৰ কৰিলে আৰু বুৰঞ্জীৰ কিছুমান ঘটনা সম্পৰ্কে অতি

প্ৰাচীন উৎসৰ কথা দাবী কৰিলে ইউৰোপীয় পণ্ডিতে ভাৰতীয় এজনক আক্ৰমণ কৰে। ভাৰতীয় সংস্কৃতিৰ ওপৰত গ্ৰীক, ৰোমান আৰু খ্ৰীষ্টীয় প্ৰভাৱৰ ওপৰত তেওঁলোকে অতিৰিক্ত গুৰুত্ব দিয়াৰ বাবে আৰু সঁচাকৈয়ে প্ৰাচীন কিছুমান ঘটনা আৰু সাহিত্য আপেক্ষিকভাবে আধুনিক যুগত স্থাপন কৰিবলৈ চেষ্টা কৰা বাবে ভাণ্ডাৰকাৰে ইউৰোপীয় পণ্ডিতসকলক সমালোচনা কৰিছিল। বহুতো ইউৰোপীয় পণ্ডিতৰ বিপৰীতে ভাণ্ডাৰকাৰে নিজৰ উৎসক সমালোচনা কৰিছিল। বুৰঞ্জীমূলক যিকোনো ৰচনাত কিবা কথা বৰ্ণনা কৰাৰ আগতে লেখকজনৰ উদ্দেশ্য কি, তেওঁ পাঠকক উপদেশ দিব খুজিছে নে আনন্দ দিব খুজিছে, নে আশ্চৰ্যৰ ভাৱ জগাই তুলিব খুজিছে, নে ঘটনাবোৰ যিদৰে ঘটিছিল, সেইদৰেই পঞ্জীভুক্ত কৰিব খুজিছে, সেইকথা তেওঁ নিজক সুধিব লাগিব।"

সংস্কৃত মহাকাব্য আৰু পুৰাণত আৰু পিছৰ পাঠসমূহত থকা ৰজাসকলৰ বংশাৱলী বিভ্ৰান্তিমূলক আৰু অশুদ্ধ। শতবাহন ৰজাসকলৰ পৌৰাণিক তালিকা সমালোচনাৰ দৃষ্টিভঙ্গীৰে বিচাৰ কৰি ভাণ্ডাৰকাৰে শিলালিপি আৰু মুদ্ৰা আৰু অন্যান্য প্ৰমাণৰ ভিত্তিত তালিকাখন প্ৰস্তুত কৰাত কৃতকাৰ্য হ'ল। সেই তালিকা এতিয়াও গ্ৰহণ কৰা হৈছে। কিন্তু ভিন্‌চেণ্ট্ স্মিথে পুৰাণ বিশ্বাস কৰা বাবে তেওঁৰ তালিকা গ্ৰহণীয় নহ'ল।

প্ৰাৰ্থনা সমাজৰ নেতা আৰু দৃঢ় ঈশ্বৰবিশ্বাসী আছিল যদিও দৈৱিক হস্তক্ষেপৰ বিষয়ে তেওঁৰ বিশ্বাসৰ যাতে বুৰঞ্জীত প্ৰকাশ নঘটে, তাৰ বাবে ভাণ্ডাৰকাৰ সাৱধান হৈছিল। এই ধাৰণাবিলাকে বুৰঞ্জীমূলক চিন্তাত বিশেষ সহায় নকৰে। তেওঁ লিখাৰ আন এটা গুণ হ'ল তেওঁৰ বিনয়। "আৰ্লি হিষ্ট্ৰী অৱ ডেক্কান্"ৰ পাতনিত তাৰ উদাহৰণ আমি পাইছোঁ ঃ

মুছলমানসকল অহাৰ আগৰ দাক্ষিণাত্যৰ ৰাজনৈতিক বুৰঞ্জী সম্পূৰ্ণ অন্ধকাৰত আছিল বাবে আৰু ঘটনাবিলাক নিৰ্ণয় কৰাটো অতি দুৰূহ আছিল বাবে, সেইবিলাক যিমান বেছিকৈ পৰা যায় সংগ্ৰহ কৰাটোৱেই আছিল মোৰ লক্ষ্য। ই সাহিত্যকৰ্ম বুলি প্ৰতাৰিত নহয়, বৰং ই কিছুমান ঘটনাৰ সমষ্টি।

অধ্যাপক এ. এল. বাছামে কৈছিল, "ভাণ্ডাৰকাৰৰ বাবে প্ৰাচীন ভাৰতৰ বুৰঞ্জীৰচকৰ আগত মূল প্ৰশ্ন আছিল "কি ঘটিছিল?", "ই কিয় ঘটিছিল?" সেইটো নহয়। তেওঁৰ মৃত্যুৰ ত্ৰিশ বছৰৰ পিছতো এই বিষয়টোৰ বহুত যুগ আৰু দিশ সম্পৰ্কে এই প্ৰশ্নটোৰ এতিয়াও উত্তৰ পোৱা নগ'ল। প্ৰথম প্ৰশ্নটোৰ উত্তৰ নোপোৱা পৰ্যন্ত দ্বিতীয় প্ৰশ্নটোৰ উত্তৰ কল্পনাতে থাকিব।

ভাণ্ডাৰকাৰ ভাৰতীয় ধৰ্ম আৰু দৰ্শনৰ এজন প্ৰগাঢ় পণ্ডিত আছিল। বৈষ্ণৱ, শৈৱ আৰু আন ধৰ্মীয় পদ্ধতি সম্পৰ্কে তেওঁৰ গ্ৰন্থ ১৯১৩ চনত প্ৰকাশিত হৈছিল। ডা. বুহ্‌লেৰ "এন্‌চাইক্লপেডিয়া অৱ ইন্দো-এৰিয়ান ৰিচাৰ্চ" নামৰ গ্ৰন্থৰ সি সমতুল্য। এই মূল্যৱান গ্ৰন্থৰ গুৰুত্বৰ বিষয়ে সম্পাদকে প্ৰকাশ কৰা কৃতজ্ঞতাৰ পৰাই ভালদৰে বুজিব পাৰি ঃ

"মই আপোনাৰ এই পাণ্ডিত্যপূৰ্ণ গ্ৰন্থ সম্পূৰ্ণ হোৱাৰ বাবে অভিনন্দন জনাইছোঁ। গ্ৰন্থখনে বিশেষকৈ ইউৰোপীয় পণ্ডিতসকলৰ মাজত আটাইতকৈ বেছি কৌতূহল জগাই তুলিছে। আপোনাৰ দৰে এজন বিশেষজ্ঞৰ দ্বাৰা এইবিলাক বিষয়ত ৰচিত এখন গ্ৰন্থৰ অভাৱৰ কথা তেওঁলোকে বহুদিন ধৰি অনুভৱ কৰি আছিল। আপোনাৰ দৃষ্টিশক্তি এতিয়াও দুৰ্বল হৈ আছে বুলি শুনি মই বৰ দুখ পাইছোঁ। যি অতিৰিক্ত শক্তিৰ সৈতে আপুনি এই কাম ইমান উচ্চ স্তৰত সমাপন কৰিলে, তাৰ বাবে আপোনাক প্ৰশংসা জনালোঁ।"

এই পণ্ডিতজনে বিশ্লেষণাত্মক আৰু কৰ্তৃত্বপূৰ্ণ দৃষ্টিভঙ্গীৰে ভাৰতৰ ধৰ্মীয় পদ্ধতিৰ কাষ চাপিছিল। বৈষ্ণৱ চিন্তাধাৰাৰ প্ৰতি নতুন দৃষ্টীভঙ্গীত সেই কথা প্ৰকাশ পায়।

খৃষ্টপূৰ্ব পঞ্চম শতিকাত এটা ধৰ্ম উদয় হৈছিল যিটো আছিল বৌদ্ধ আৰু জৈনধৰ্মৰ মূল। কিন্তু ই প্ৰতিষ্ঠিত হৈছিল আস্তিক ভাৱধাৰাৰ ওপৰত। ইয়াৰ পুৰণি নাম আছিল একান্তিকা ধৰ্ম বা প্ৰেম আৰু প্ৰতি মনৰ একান্ত অনুৰাগ। ই কম সময়ৰ ভিতৰতে পাঞ্চৰাত্ৰ বা ভাগৱত ধৰ্ম নামেৰে এটা সম্প্ৰদায়ৰ ৰূপ ললে। ই আকৌ নাৰায়ণ অৰ্থাৎ "যি জলধাৰাৰ পৰা সৰ্বমানৱৰ সৃষ্টি হৈছে", সেই ভাৱধাৰাৰ লগ লাগিল। খৃষ্টীয় যুগ আৰম্ভ হোৱা কিছু সময়ৰ পিছতেই গৰখীয়াসকলৰ আভিৰ জনজাতিয়ে তেওঁলোকৰ জনজাতীয় দেৱতা কৃষ্ণক তাৰ লগত সংলগ্ন কৰিলে। অষ্টম শতিকাত এই ভাৱধাৰাৰ প্ৰধান লক্ষণ আছিল ভক্তি বা প্ৰেম। শঙ্কৰাচাৰ্যই প্ৰৱৰ্ত্তন কৰা আধ্যাত্মিক একেশ্বৰবাদ আৰু মায়াৰ ই সংস্পৰ্শলৈ আহিল। এঘাৰ শতিকাত আধ্যাত্মিক একেশ্বৰবাদৰ বিৰোধিতা এটা শীৰ্ষত ঘনীভূত হ'ল। ৰামানুজে ভক্তি বা প্ৰেমধৰ্মক অশেষ কষ্ট স্বীকাৰ কৰি নতুনকৈ উদ্দীপিত কৰিলে। উত্তৰত তেওঁক নিম্বাৰ্কই অনুসৰণ কৰিলে। তেওঁ তাৰ গৰখীয়া ৰূপটো উদঙাই ৰাধা উপাসনা প্ৰথা তাৰ লগত যোগ দিলে। ৰাধা কৃষ্ণ-বল্লভা। এই নীতিটোকেই তেৰ শতিকাত সাদ্ধৱ বা আনন্দতীৰ্থই আগবঢ়াই নিছিল, নানাত্বৰ মতবাদ গঢ়ি তুলিছিল আৰু চৰম দেৱতা বুলি বিষ্ণুক শ্ৰেষ্ঠ আসন দিছিল। উত্তৰত ৰামানন্দই ৰাম উপাসনা তাত সংযোগ কৰিলে আৰু তেওঁৰ পৰবৰ্তী ৰামানুজে নাৰায়ণ উপাসনা যোগ কৰিলে। পোন্ধৰ শতিকাত কবিৰে কঠোৰ একেশ্বৰবাদ প্ৰচাৰ কৰিলে। সেয়া আছিল ৰাম উপাসনা। মূৰ্তিপূজা তেওঁ নিন্দা কৰিলে। ষোল্ল শতিকাত বল্লভে কৃষ্ণ আৰু ৰাধাৰ যুগলপ্ৰেমৰ উপাসনা কৰিলে। বঙ্গত চৈতন্যই প্ৰচাৰ কৰিলে প্ৰাপ্তবয়স্ক কৃষ্ণ আৰু ৰাধাৰ প্ৰেম উপাসনা। এটা প্ৰদূষণে বৈষ্ণৱ ধৰ্মৰ স্খলন ঘটালে। দাক্ষিণাত্যত নামদেৱ আৰু তুকাৰামে কৃষ্ণ-ৰাধাৰ উপাসনা পৰিহাৰ কৰিলে। সমাহিত জপৰ এক উপাসনাৰ উৎকৰ্ষ সাধন কৰিলে। তেওঁলোকৰ চিন্তাধাৰা সংস্কৃতৰ পৰিবৰ্তে মাতৃভাষাত প্ৰকাশ কৰিলে। ঈশ্বৰৰ প্ৰতি প্ৰকৃত প্ৰেমৰ বাণী প্ৰচীৰ কৰিলে আৰু মুক্তিৰ বাবে নিজৰ অন্তৰ আৰু মন শুদ্ধ কৰাৰ ওপৰত জোৰ দিলে।[১১]

ভাণ্ডাৰকাৰৰ অন্যান্য উল্লেখযোগ্য প্ৰবন্ধ হ'ল মহাভাৰত, পাণিনি আৰু পতঞ্জলিৰ

সময় নিৰ্দ্ধাৰণ কৰি লিখা প্ৰবন্ধসমূহ।

পাণ্ডৱ বংশৰ পৰীক্ষিতৰ পুত্ৰ জন্মেজয়ৰ এটা জাল অনুদানৰ ভিত্তিত আৰু তাত দিয়া জ্যোতিষৰ তথ্যৰ ওপৰত নিৰ্ভৰ কৰি কৰ্ণেল্ এল্লিচে, ১৫২১ চনৰ পিছত মহাভাৰত ৰচনা কৰা হৈছিল বুলি মত দাঙি ধৰিছে। ইমান প্ৰাচীন গ্ৰন্থবিলাকক ইচ্ছা কৰি আধুনিক যুগত স্থাপন কৰিবলৈ ইউৰোপীয় পণ্ডিতসকলে কৰা চেষ্টাক ভাণ্ডাৰকাৰে ভাল পোৱা নাছিল। তেওঁৰ যুক্তি খণ্ডন কৰি ভাণ্ডাৰকাৰে মহাভাৰতৰ অস্তিত্ব খৃষ্টপূৰ্ব পঞ্চম শতিকাৰ পাণিনি আৰু অশ্বালায়নৰ দিনৰে বুলি কবলৈ যাওঁতে সেইসময়ৰ পৰা ১৪ শতিকাৰ শাৰঙ্গধৰৰ সময়লৈকে অনেক সাক্ষ্য দাঙি ধৰিছিল। "পতঞ্জলিৰ মহাভাষ্যত কৃষ্ণৰ উল্লেখ" নামৰ আন এটা প্ৰবন্ধত কংসবধ আৰু বলি দমনৰ কাহিনী পতঞ্জলিৰ সময়ত প্ৰচলিত আৰু জনপ্ৰিয় আছিল বুলি উল্লেখ কৰিছে। কৃষ্ণ বা বাসুদেৱে কংসক বধ কৰাৰ কথা কাহিনীটোত উল্লেখ আছে। সেই কাহিনীবিলাক নাটকৰ বিষয়বস্তু হিচাপে গ্ৰহণ কৰা হৈছিল। পৌৰাণিক কাহিনীবিলাক হিন্দু মঞ্চত এতিয়াও জনপ্ৰিয় ভাবে ৰূপায়িত হয়। পতঞ্জলিৰ সময়তে কৃষ্ণৰ হাতত কংসৰ বধ অতি প্ৰাচীনকালৰ ঘটনা বুলি পৰিগণিত হৈছিল। আলোচনাটোৰ সামৰণিত ভাণ্ডাৰকাৰে কৈছে ঃ

"মই এইদৰে খৃষ্ঠপূৰ্ব দ্বিতীয় শতিকাৰ মাজভাগত ৰচনা কৰা এখন গ্ৰন্থৰ পৰা সাতোটা উদাহৰণ দাঙি ধৰিলো। ইউৰোপীয় পণ্ডিতসকলে কৰাৰ দৰে কৃষ্ণ আৰু দেৱতা হিচাপে তেওঁৰ পূজা ইমান আধুনিক সময়ৰ নহয়। ইয়াৰ লগতে মই সেই সকলৰ মনোযোগ আকৰ্ষণ কৰিছোঁ যি খ্ৰিষ্টৰ মাজত কৃষ্ণৰ অনুকৃতি বিচাৰি পায়, বাইবেলত ভাগৱতগীতাৰ উৎস বিচাৰে আৰু যিসকলে আমাৰ পৌৰাণিক সাহিত্য পিছৰ যুগৰ সৃষ্টি বুলি ভাবে।"

পাণিনি আৰু পতঞ্জলিৰ সময় সম্পৰ্কে অধ্যাপক ৱেবাৰ আৰু পিটাৰচনৰ উত্তৰ স্বৰূপে অতি মূল্যবান এটা প্ৰবন্ধত তেওঁক এজন অতি উচ্চস্তৰৰ তাৰ্কিক হিচাপে দেখা গৈছে। কাত্যায়নে দাঙি ধৰা এটা ৱাৰ্তিকা বা সূত্ৰ অনুযায়ী অপূৰ্ণভূত কালটো ব্যৱহাৰ কৰোঁতে কওঁতাজনে কামটো দেখা নাই, অথচ দেখাৰ তেওঁৰ যোগ্যতা আছে আৰু সেইটো সকলোৱে জানে, এই তথ্যৰ ওপৰত ভিত্তি কৰি ভাণ্ডাৰকাৰে নিশ্চিতভাৱে প্ৰমাণ কৰিলে যে পতঞ্জলিৰ সময়ত কোনোবা এজন যৱন ৰজাই নিশ্চয় চাকেটা আৰু মাধ্যমিকা অৱৰোধ কৰিছিল। আন এটা বৰ্তিকাৰ প্ৰতি তেওঁ দৃষ্টি আকৰ্ষণ কৰিছে। বৰ্ত্তমান কাল (লট্) ব্যৱহাৰ কৰিবলৈ কোৱা হৈছে কোনো এটা কাম আৰম্ভ কৰা হৈছে কিন্তু শেষ কৰা হোৱা নাই, সেইটো বুজাবলৈ। এই কথা ব্যাখ্যা কৰিবলৈ গৈ ভাণ্ডাৰকাৰে সাৰ্থকভাৱে দেখুৱাইছে যে সেই সময়ত পতঞ্জলিয়ে লিখিছিল যে পুষ্যমিত্ৰ নামৰ

২১. Vaishnavism, Saivism and Minor Religious Systems, Collected Works, Vol. IV, PP. 142-44

এজন লোক আছিল। তেওঁৰ আদেশত এটা ডাঙৰ যজ্ঞ সমাধা কৰা হৈছিল। পাণিনিয়ে ৰচনা কৰা বুলি প্ৰচলিত আৰু কেবাখনো কাব্য সংকলনত সংযোজিত এটা কবিতাৰ উদ্ধৃতি দি পাণিনিক পিটাৰচনে সপ্তম শতিকাৰ বুলি দাঙি ধৰাৰ যুক্তি, এটা দীঘল উত্তৰৰ দ্বাৰা তেওঁ খণ্ডন কৰিছিল। গ্ৰীক্, চীন আৰু আন সাক্ষ্যৰ ভেটিত পাণিনিৰ কাল নিৰ্ণয় কৰি তেওঁ কৈছে যে তেওঁ আনকি আলেকজেণ্ডাৰৰো পূৰ্বৰ আছিল। কবিতাটো নিশ্চয় একে নামৰ আন কবিয়ে ৰচনা কৰিছিল। পিটাৰচনৰ সিদ্ধান্ত মতে পতঞ্জলি গুপ্তবংশৰ স্কন্দগুপ্তৰ সময়ৰ আছিল। তেওঁ ৪৬৫ খৃষ্টাব্দত ৰাজত্ব কৰিছিল। পুষ্যমিত্ৰক পৰাজিত কৰি ৰচনা কৰা ভিটাৰি শিলালিপিৰ ভিত্তিত এই সিদ্ধান্ত লোৱা হৈছিল।

সেই সিদ্ধান্তটোৰ কিছুমান অসুবিধা আছিল। পতঞ্জলিৰ পুষ্যমিত্ৰ যিসময়ত জীৱিত আছিল, আন এজন মহান ৰজা চন্দ্ৰগুপ্তৰ স্মৃতি তেতিয়াও মৰহি যোৱা নাছিল। তেওঁ অশ্বমেধ যজ্ঞ কৰিছিল। সকলো প্ৰধান ৰজাই তাত যোগ দিছিল। দেশত যৱনৰ আক্ৰমণ চলাৰ সময়ত নিশ্চয় তেওঁ জীৱিত আছিল। ভিটাৰি শিলালিপিৰ পুষ্যমিত্ৰ সকলৰ ক্ষেত্ৰত এইবোৰ কথা প্ৰযোজ্য নহয়। চাকেটা আৰু মাধ্যমিক অৱৰোধ কৰা যৱন আক্ৰমণকাৰীজনকেই কণিষ্ক বুলি ধৰি ৱেবাৰে পতঞ্জলিৰ সময় খৃষ্টাব্দ ২৫ চনলৈ নমাই আনিছে। কণিষ্কই বৌদ্ধসকলক নিৰ্যাতন কৰাৰ কোনো প্ৰমাণ নাই। ভাণ্ডাৰকাৰে দেখুওৱা মতে গ'ল্ডষ্টাকাৰ্ আৰু ৱেবাৰ্ দুয়ো মাধ্যমিকৰ বিষয়ে ভুলকৈ বুজিছে। ই এখন বিশেষ ঠাইৰ মানুহৰ কথা বুজাইছে। তেওঁ আৰু আঙুলিয়াই দেখুৱাইছে যে পৰম্পৰামতে পতঞ্জলিৰ জন্মস্থান গোনাৰ্ড। আধুনিক কালৰ গোন্দাৰ আৰু সেই ঠাইখন একে। কাত্যায়নক প্ৰাচ্যৰ বুলি ভাবি তেওঁলোকে ভুল কৰিছে। তেওঁ খুব সম্ভৱ দক্ষিণৰ লোক আছিল। ভাণ্ডাৰকাৰে এইদৰে প্ৰমাণৰ যোগেদি সিদ্ধান্তলৈ আহিল, পুষ্যমিত্ৰ শুঙ্গৰ ৰাজত্ব কালত পতঞ্জলি আছিল আৰু সম্ভৱতঃ তাতেই খৃষ্ট পূৰ্ব ১৪৪ চনৰ পৰা ১৪২ চনৰ ভিতৰত ভাষ্যৰ তৃতীয় অধ্যায় ৰচনা কৰিছিল। এই আৱিষ্কাৰ সংস্কৃত সাহিত্যৰ বাবে অতি প্ৰণিধানযোগ্য।

ভাণ্ডাৰকাৰে এইদৰে বিতৰ্ক কৰা সিদ্ধান্তবোৰ আধুনিক কালত অচল হৈ পৰিছে আৰু আমাৰ বৰ্তমানৰ বুৰঞ্জীজ্ঞানত তাৰ বিশেষত্ব নোহোৱা হৈ পৰিছে। কিন্তু আমি অতি ভালদৰে বুজি পোৱা উচিত, সমসাময়িক সিদ্ধান্তবোৰৰ বিপক্ষে দৃঢ়তাৰে প্ৰতিবাদ কৰিবলৈ কি পৰিমাণৰ পাণ্ডিত্য আৰু নিৰপেক্ষ বৌদ্ধিক বিচাৰৰ প্ৰয়োজন! আজিৰ ৰামগুপ্ত সমস্যাৰ দৰে সেই সিদ্ধান্তবোৰ আছিল বিবদমান।

ভাণ্ডাৰকাৰৰ আন এটা উল্লেখযোগ্য প্ৰবন্ধ হ'ল "বেদজ ইন্ ইণ্ডিয়া", প্ৰবন্ধটো ইণ্ডিয়ান এণ্টিকুৱেৰীক দিয়া হৈছিল। এই প্ৰবন্ধত তেওঁ বৈদিক আবৃত্তিৰ এটা বৰ্ণনা দাঙি ধৰিছে। বৈদিক পণ্ডিতসকলে দৰ্শনৰ ক্ষেত্ৰত কি অৰিহণা যোগাইছিল, ইয়াত বৰ্ণনা কৰা হৈছে। মুখস্থ কৰাৰ বাবে বৈদিক মূল পাঠৰ বিশুদ্ধতা ৰক্ষা পৰিছে। আবৃত্তি কৰোঁতাসকলেও প্ৰতিটো অক্ষৰ বা মাত্ৰাৰ অতি সঠিক ভাবে উচ্চাৰণ কৰিছিল। তাৰ

পিছৰ বৰঙণিটো হ'ল "নাচিক কে'ভ্ ইন্স্ক্ৰিপ্‌চন্‌চ্"। ১৮৭৪ চনৰ লণ্ডনৰ ফাৰ্ষ্ট কংগ্ৰেছ অৱ অৰিয়েণ্টেলিষ্টৰ বাবে ইয়াক আগবঢ়োৱা হৈছিল। ১৮৭০ চনৰ পৰা ভাণ্ডাৰকাৰৰ শিলালিপিৰ প্ৰতি আগ্ৰহ বাঢ়িল। এজন পাৰ্চী ভদ্ৰলোক মানাকাজী আদৰ্শীয়ে তেওঁক খোদাই কৰা এখন তামৰ ফলি দিলে। সেইসময়ত ভাৰততত্ত্বৰ এই শাখাটোত ভাণ্ডাৰকাৰৰ পাৰদৰ্শিতা নাছিল। তেওঁ প্ৰথমতে প্ৰিন্সেপৰ গ্ৰন্থ পঢ়িলে আৰু বম্বে ব্ৰাঞ্চ অৱ ৰয়েল এচিয়াটিক্ চ'চাইটিত শিলালিপি সম্পৰ্কে এটা প্ৰৱন্ধ পাঠ কৰিলে। "নাচিক কে'ভ্ ইন্সক্ৰিপ্‌চন্‌চ"'ত শিলালিপিৰ সৈতে অন্যান্য সাহিত্য আৰু মুদ্ৰাসংক্ৰান্ত সাক্ষ্যৰ তুলনামূলক অধ্যয়নৰ যোগেদি শতবাহনসকলৰ অধীনৰ দক্ষিণ ভাৰতৰ বংশাৱলী, ৰাজনৈতিক বুৰঞ্জী আৰু সাংস্কৃতিক অৱস্থাৰ কথা দাঙি ধৰিলে। "সংস্কৃত ইন্স্ক্ৰিপ্‌চন্ ফ্ৰম্ জাভা" নামৰ প্ৰৱন্ধত জাভাৰ সৈতে ভাৰতৰ সাংস্কৃতিক যোগাযোগ সূত্ৰ বিচাৰি উলিয়ালে। ভাৰতীয়সকলক তেওঁলোকৰ পূৰ্বপুৰুষসকলৰ উজ্জ্বল দৃষ্টান্ত গ্ৰহণ কৰিবলৈ তেওঁ আহ্বান জনালে।

১৮৭৭ চনত মুম্বাই বিশ্ববিদ্যালয়ে আয়োজন কৰা "উইল্‌চন্ ফিল'চফিকেল্ লেক্‌চাৰ্ চিৰিজ"ৰ প্ৰথম বক্তৃতাটো দিয়াৰ সন্মান ভাণ্ডাৰকাৰে লাভ কৰে। তেওঁ ১৮৬৪ চনত ডেক্কান কলেজত শিক্ষকতা কৰাৰ সময়ত দক্ষিণা সদস্য স্বৰূপে কাম কৰি থাকোঁতেই দৰ্শনৰ প্ৰতি তেওঁৰ অনুৰাগ জন্মে। সেই বছৰৰ তেওঁৰ ৰিপোৰ্টত তেওঁ কৈছে ঃ

"মোৰ প্ৰথম শ্ৰেণীৰ বক্তৃতাই মাৰাঠা ভাষাৰ ইতিবৃত্ত আৰু বিকাশৰ কথা সামৰিছে। সংস্কৃতৰ বিকাৰ স্বৰূপে প্ৰাকৃত উপভাষাৰ সৃষ্টি হ'ল। সংস্কৃত ভাষাৰ বিকাৰৰপৰা যে প্ৰাকৃতৰ জন্ম হৈছে আৰু তাৰে কোনোবা এটাৰ বিকাশ বা পৰিবৰ্ত্তনৰ ফলত যে আধুনিক মাৰাঠী ভাষাৰ সৃষ্টি হৈছে সেইকথা মাৰাঠী শব্দাৱলীৰ সৈতে ঠিক একেটা ৰূপতে থকা প্ৰাকৃত, মহাৰাষ্ট্ৰী আৰু সংস্কৃত শব্দাৱলীৰ সৈতে তুলনা কৰি পোৱা হৈছে।

"সংস্কৃত আৰু তাৰপৰা সৃষ্টি হোৱা প্ৰাকৃত ভাষাসমূহ", আছিল তেওঁৰ প্ৰথমটো বক্তৃতাৰ বিষয়বস্তু। তেওঁ প্ৰাকৃতক বিশদভাবে বুজি পাইছিল আৰু ভাৰতৰ আধুনিক আঞ্চলিক ভাষাবোৰ তাৰ অন্তৰ্ভুক্ত কৰিছিল। পাতনিত তেওঁ আঙুলিয়াই দেখুৱাইছে যে তেওঁ কঠোৰভাবে ঐতিহাসিক পদ্ধতি প্ৰয়োগ কৰিছিল। বিকাশৰ আটাইবিলাক বিভিন্ন স্তৰত য'তেই সাক্ষ্য পায়, তাৰ পৰাই মূল সংস্কৃতৰ পৰা আধুনিক মাতৃভাষা বিচাৰি উলিয়াইছিল আৰু তাৰ বিভিন্ন ৰূপান্তৰৰ বাবে প্ৰাকৃতিক বা বাস্তৱিক, জাতিগত বা বুৰঞ্জীমূলক কাৰণবোৰ নিৰ্ণয় কৰিছিল। ১৯২১ চনতে উইল্‌চনে এই বক্তৃতাবোৰ প্ৰশংসা কৰি কৈছিল ভাৰতৰ ভাষাতত্ত্বৰ ইতিহাসৰ অকলশৰীয়া অংশবোৰ তাত খৰচি মাৰি বিচাৰ কৰা হৈছে। কিন্তু ঋগবেদৰ ভাষাৰ পৰা ভাৰতৰ আধুনিক মাতৃভাষাসমূহৰ ভাষাতাত্ত্বিক বিকাশৰ এনে বিশদ বিৱৰণ ক'তো পোৱা নাযায়।

সংস্কৃত পুথিবিলাকৰ সমালোচনাত্মক সম্পাদনাৰ ভিতৰত তেওঁ কৰা ভৱভূতিৰ 'মালতী মাধৱৰ' সম্পাদনাৰ কথা উল্লেখ কৰিবলগীয়া। অষ্টম শতিকাত জন্ম গ্ৰহণ কৰা কবিজনাৰ জীৱনী তেওঁ পাতনিত দাঙি ধৰিছে। বৌদ্ধ ধৰ্মৰ পতনৰ পিছত ধৰ্ম আৰু সাহিত্যত ব্ৰাহ্মণ্য ধৰ্মৰ পুনৰ্জাগৰণৰ যুগটোতে তেওঁ জন্ম গ্ৰহণ কৰিছিল। 'মালতী মাধৱ' আছিল কবিজনাৰ দ্বিতীয় ৰচনা। তেওঁৰ পৃষ্ঠপোষক কনৌজৰ ৰজা যশোবৰ্মনৰ সৈতে জড়িত ঘটনাবোৰো তেওঁ আলোচনা কৰিছিল। কবিজনাৰ বংশাৱলী আৰু কবিজনাৰ শিক্ষা আৰু জ্ঞান সম্পৰ্কেও তেওঁ আলোচনা কৰিছে। এই পুথিখন ভাণ্ডাৰকাৰে তেওঁৰ গুৰু. ই. জে. হৱাৰ্ডৰ প্ৰতি উচৰ্গা কৰিছে এইবুলি ঃ "যি সময়ত আমাৰ কলেজবিলাকত নিয়মিতভাবে সংস্কৃত শিক্ষা দিয়া নহৈছিল আৰু যাৰ অবিহনে এই সম্পাদকৰ তেওঁৰ দেশৰ পবিত্ৰ ভাষা অধ্যয়ন কৰাৰ কোনো সম্ভাৱনাই নাছিল।"

অন্যান্য গ্ৰন্থকাৰৰ পুথিৰ তেওঁ এজন সূক্ষ্ম সমালোচক আছিল। মাৰ্টিন হ'গৰ "ঐতেৰেয় ব্ৰাহ্মণ", গ'ল্ডষ্টাৰৰ "পাণিনি" আৰু ভিনচেণ্ট্ স্মিথৰ "আৰ্লি হিষ্ট্ৰি অৱ ইণ্ডিয়া" তেওঁ সমালোচনা কৰিছিল। এই পণ্ডিতসকলৰ পাণ্ডিত্যৰ প্ৰতি তেওঁৰ সম্পূৰ্ণ শ্ৰদ্ধা থকা সত্ত্বেও তেওঁলোকৰ ত্ৰুটিবোৰ তেওঁ আওকাণ কৰা নাছিল। "সকলো ক্ষেত্ৰতে নহ'লেও ভালেমান ক্ষেত্ৰত ভাৰতৰ দেশীয় ছাত্ৰসকলে সংস্কৃতৰ ক্ষেত্ৰত তেওঁলোকৰ মত দাঙি ধৰাৰ অধিকাৰ ইউৰোপীয় সকলতকৈ বেছি।"

স্মিথৰ পুথি সমালোচনা কৰি সৰ্বসাধাৰণে গ্ৰহণ কৰিব পৰাকৈ ভাৰত বুৰঞ্জী লেখকসকলৰ কাৰণে ভাণ্ডাৰকাৰে কিছুমান প্ৰয়োজনীয় কথা দাঙি ধৰিছে।

"তেওঁ দাঙি ধৰা বিস্তৃত প্ৰধান ঘটনাবিলাক সন্দেহৰ অতীত হ'ব লাগে আৰু যদিহে তেওঁ বিশদ বিবৰণ দিব খোজে, তেনেহ'লে সেইবিলাক সকলো পণ্ডিতে গ্ৰহণ কৰিব পৰা আৰু কোনো কালে স্থানচ্যুত কৰিব নোৱাৰা সাক্ষ্যৰ ভিত্তিত প্ৰতিষ্ঠিত হ'ব লাগে। কিবা এটা সমস্যাৰ ক্ষেত্ৰত যদি বিভিন্ন মত থাকে, তেনেহ'লে আটাইবিলাক দাঙি ধৰিব লাগে, যদি দিয়া নহয়, তেনেহ'লে কথাটো একেবাৰে বাদ দিব লাগে। হাতত থকা আটাইবিলাক সাক্ষ্য সাৱধানে বিচাৰ কৰিব লাগে, আৰু নিশ্চিত কৰা ঘটনাবোৰ পূৰ্বতে জানি থোৱা আন কিছুমান ঘটনাৰ সৈতে লগ লগাই তাক দ্বিধাগ্ৰস্ত কৰিব নালাগে। কৰ্তৃত্ব নথকা কথাৰ বিষয়ে কোনো উক্তি দিব নালাগে আৰু সকলো ক্ষেত্ৰতে পাদটীকাত প্ৰসঙ্গ দাঙি ধৰিব লাগে।"

ভাণ্ডাৰকাৰৰ উল্লেখযোগ্য গৱেষণাৰ ভিতৰত "ৰিপোৰ্ট অন্ দি চাৰ্চ্ ফৰ্ সংস্কৃত মেনুচ্ক্ৰিপ্ট্ছ্" প্ৰধান। ছটা খণ্ডত প্ৰকাশ পোৱা এই গ্ৰন্থত প্ৰাচীন ভাৰতীয় সাহিত্যৰ সমল লিপিবদ্ধ হৈ আছে। এই পাণ্ডুলিপিবিলাক যত্ন সহকাৰে অধ্যয়ন কৰি আৱিষ্কাৰ কৰা ঐতিহাসিক খবৰবিলাকে প্ৰাচীন ভাৰতৰ বুৰঞ্জীৰ বহুতো হেৰোৱা যোগসূত্ৰৰ সংযোগ ঘটাইছে। এই পাণ্ডুলিপিবোৰ ভাণ্ডাৰকাৰে অশেষ কষ্ট কৰি সংগ্ৰহ কৰিছিল। আৰু তাত পোৱা সংবাদৰ পৰা ভাৰতৰ ৰাজনৈতিক, ধৰ্মীয় আৰু সামাজিক অৱস্থাবোৰ

পুনৰ্গঠন কৰাৰ চেষ্টা কৰিছিল। "সন্ধান" কৰোঁতে ভাণ্ডাৰকাৰ বহুতো জৈন পাণ্ডুলিপিৰ সংস্পৰ্শলৈ আহিছিল। সেই ধৰ্মৰ দৰ্শনৰ উৎস আৰু বিকাশৰ কথা আৰু ভালদৰে জনাত সেইবিলাকে তেওঁক সহায় কৰিছিল। বৈষ্ণৱ আৰু শক্তি ধৰ্মৰ বিকাশৰ বিভিন্ন স্তৰবোৰৰ অধ্যয়ন এই অনুসন্ধানৰে ফল। এই ৰিপোৰ্টবিলাক বুৰঞ্জীৰ সমলৰ ৰত্ন ভাণ্ডাৰ। এইবিলাকে প্ৰাচ্যবিদসকলৰ মাজত ভাণ্ডাৰকাৰৰ স্থান স্থায়ী কৰি ৰাখিছে। এই পাণ্ডুলিপিবোৰ ভাৰতীয় দৰ্শনৰ বিভিন্ন পদ্ধতি, জৈন সাহিত্য, ধৰ্ম-শাস্ত্ৰ, কাব্য, ব্যাকৰণ, জ্যোতিষ, যজ্ঞবিধি আৰু প্ৰাচ্য অধ্যয়নৰ বিভিন্ন শাখাৰ বিষয়ে ৰচিত। প্ৰত্যেকৰে বিশদ বিবৰণ দিয়াটো সম্ভৱ নহয়, কিন্তু কিছুমান উদাহৰণ দাঙি ধৰিব পাৰি। সেইবিলাক ঃ বিদ্যাধৰৰ "একাৱলী"—মল্লিনাথৰ টীকাসম্বলিত, বল্লালসেনৰ "অদ্ভুতসাগৰ", জল্লহনৰ "সূক্তিমুক্তাৱলী' আৰু সোমেশ্বৰৰ "সুৰথোৎসৱ'।

ভাণ্ডাৰকাৰ আজীৱন অধ্যয়নত ৰত আছিল। জীৱনৰ শেষৰ ফালে ১৯১৬ চনত ডেকা ভাৰততত্ত্ববিদসকলৰ আগত বক্তৃতা দি সংস্কৃত সাহিত্যত গৱেষণাৰ নতুন পথ বিচাৰি লবলৈ পৰামৰ্শ দিছিল। আশীবছৰ বয়সতো তেওঁ মনৰ স্থিৰতা হেৰুওৱা নাছিল, সেয়ে তাৰ প্ৰমাণ। যদিওবা পাইথাগোৰাচৰ মতে সত্তৰ বছৰৰ ওপৰৰ মানুহক জীৱিতসকলৰ ভিতৰত থকা বুলি ধৰা নাযায়।

**১৮৮৬ চনত ভিয়েনাত প্ৰাচ্যবিদৰ কংগ্ৰেছত ভাণ্ডাৰকাৰ**

ভিয়েনাৰ এই মহাসভাত ভাণ্ডাৰকাৰৰ উল্লেখযোগ্য ভূমিকা তেওঁৰ জীৱনৰ এক স্মৰণীয় অধ্যায়। ভাৰতৰ সাংস্কৃতিক ঐতিহ্যৰ প্ৰকৃত প্ৰতিনিধি স্বৰূপে প্ৰাচ্যবিদ্যাত আৰু গৱেষণাত আবিৰ্ভূত হোৱা ভাৰতীয় পাণ্ডিত্যৰ তেওঁ প্ৰমাণ স্বৰূপ হ'ল আৰু তেওঁ ইয়াকো প্ৰমাণ কৰি দেখুৱালে যে বৌদ্ধিক ক্ষেত্ৰত ভাৰতীয়সকল হীন নহয়। দৰাচলতে কিছুমান ক্ষেত্ৰত তেওঁলোক শ্ৰেষ্ঠ।

বম্বে ব্ৰাঞ্চ অৱ ৰয়েল এচিয়াটিক চোচাইটিত ১৮৮৭ চনৰ ১১ ফেব্ৰুৱাৰীৰ দিনা পাঠ কৰা এটা প্ৰবন্ধত তেওঁ ভিয়েনাৰ কংগ্ৰেছৰ এটা মনোগ্ৰাহী বৰ্ণনা দিছে। তেওঁ ডা. ৰোষ্ট, এগলিং, আৰু ৰয়চ্ ডেভিচক লগ পাইছিল। বৌদ্ধ সৃষ্টিতত্ত্বৰ পৰা আৰম্ভ কৰি ইংৰাজ আৰু ভাৰতীয় ৰাজনীতিলৈকে বিভিন্ন বিষয়ে তেওঁলোকৰ সৈতে আলোচনা কৰিছিল। বুদ্ধৰ দিনৰ প্ৰাচীন ভাৰতৰ ধৰ্ম আৰু দৰ্শনৰ সাহসিকতা, সত্যবাদিতা আৰু স্বাধীনতাক ৰয়চ ডেভিচে সম্পূৰ্ণৰূপে প্ৰশংসা কৰিছিল। তেওঁৰ মতে আধুনিক জগতত তাৰ কোনো তুলনা নাই। তেওঁ বৌদ্ধ আদৰ্শ 'অৰহত'ৰ কথা বৰ্ণনা কৰি কৈছে যে 'অৰহত' হ'ল তেওঁ যি গভীৰ আন্তৰিক প্ৰশান্তি লাভ কৰে। তেওঁ নিৰুদ্বেগ। পবিত্ৰতা, সাধুতা আৰু জ্ঞানৰ এটা স্বৰূপ। ৰয়চ ডেভিচৰ দৰে উদ্যোগী এজন পালিভাষাৰ পণ্ডিতে জীৱিকাৰ বাবে ওকালতি কৰিবলগীয়া হোৱাত অধ্যয়নৰ বাবে গোটেইখিনি সময় উচৰ্গা কৰিব নোৱাৰা বাবে তেওঁ দুখ প্ৰকাশ কৰিছে। ভাণ্ডাৰকাৰৰ জীৱনত

গভীৰ প্ৰভাৱ পেলোৱা তেওঁৰ বৃদ্ধ শিক্ষক চিড্‌নী অ'ৱেনক তেওঁ দেখা কৰে। কিন্তু অধ্যাপক মেক্স মূলাৰক দেখা কৰাটো আছিল আটাইতকৈ উল্লেখযোগ্য কথা। অৱশ্যে মৰমৰ জীয়েকক হেৰুৱাই শোকাকুল হৈ থকা বাবে তেওঁ মাত্ৰ ডেৰঘন্টাহে আলোচনাত বহিব পাৰিলে। তেতিয়াই জীৱনৰ ৰহস্যৰ সমাপ্তি ঘটে যেতিয়া ব্যক্তিগত আত্মাই নিজক ব্ৰহ্ম বা পৰমাত্মা বুলি জানে—এই বেদান্ত সূত্ৰৰ বিষয়ে আলোচনাটো হৈছিল। ভাণ্ডাৰকাৰে জাৰ্মান পণ্ডিতজনৰ মত সম্পূৰ্ণৰূপে সমৰ্থন কৰা নাছিল। শঙ্কৰাচাৰ্যৰ দৰ্শন মতে এজন মানুহে 'মই ব্ৰহ্ম' এই জ্ঞানলৈ পৰম প্ৰশান্তি লাভ কৰাৰ আগতে উন্নীত হ'বই লাগিব। এই অৱস্থাত উপনীত হ'বলৈ "মই" বা অহংভাৱৰ বিলুপ্তি ঘটোৱাটো তেতিয়াও প্ৰয়োজন হ'ব। অজ্ঞানতাৰ প্ৰথম ফল হ'ল "মই"। আৰু মুক্ত অৱস্থাত ইয়াৰ বিনাশ সাধন কৰিব লাগিব। মুক্তি লাভ কৰিলে এটা আত্মাৰ কোনো ব্যক্তি চেতনা নাথাকে। সেই অৱস্থাত "মই ব্ৰহ্ম" এই জ্ঞান তেওঁৰ হ'ব নোৱাৰে। ভাণ্ডাৰকাৰে ব্যাখ্যা কৰিছে, এই কথাষাৰৰ অৰ্থ হ'ল, 'ইটো সিটো ভাৱৰ সৈতে জড়িত মই এটা দুদৰ্শাগ্ৰস্ত, পাপী ক্ষুদ্ৰ জীৱ নহয়, কিন্তু এটা মুক্ত, আনন্দময়, অপৰিবৰ্তিত আৰু অপ্ৰতিবন্ধ জীৱ।" ভাণ্ডাৰকাৰৰ মতে শঙ্কৰাচাৰ্যৰ ধাৰণাটো হ'ল পৰম কৰ্তাৰ সৈতে এক হৈ যোৱাটো নহয়; কিন্তু এজন লোকে চাব লাগে যাতে তেওঁ প্ৰকৃততে এজন প্ৰশান্ত আৰু অপ্ৰতিবন্ধ সত্তা। মেক্স মূলাৰৰ সৈতে হোৱা চমু অথচ মধুৰ সাক্ষাতৰ সময়ত মেক্স মূলাৰে তেওঁৰ "এনেক্‌ডটা অক্সনিয়েন্সিয়া"ৰ চাৰিটা খণ্ড উপহাৰ দি আৰু ভাণ্ডাৰকাৰৰ পাণ্ডিত্যপূৰ্ণ কৰ্মৰ বাবে প্ৰশংসাসূচক মন্তব্যেৰে তেওঁলোকৰ আলোচনা সামৰিছিল।

১৮৮৬ চনৰ ২৮ চেপ্তেম্বৰত ভাণ্ডাৰকাৰ ভিয়েনাত উপস্থিত হৈছিল। ইজিপ্ত, তুৰ্কী, চীন, জাপান, কাষৰ আৰু নিলগৰ বিভিন্ন দেশৰ প্ৰতিনিধিসকলৰ কংগ্ৰেছত বিপুল সমাৱেশ ঘটিছিল।

**কংগ্ৰেছৰ আৰ্য শাখা**

এই শাখাত প্ৰথম দিনা পাণ্ডুলিপিৰ সন্ধানৰ ৰিপোৰ্টৰ কিছুমান অংশ তেওঁ পাঠ কৰিছিল। জৈন গ্ৰন্থ এখনৰ প্ৰাচীন ভূৰ্জপত্ৰ এখন তেওঁ তাত দাখিল কৰিছিল। এই পত্ৰখনে যথেষ্ট কৌতূহলৰ সৃষ্টি কৰিছিল। সি পূৰ্বস নামৰ জৈন ধৰ্ম শাস্ত্ৰৰ অন্তৰ্ভুক্ত আৰু আটাইতকৈ প্ৰাচীন বুলি বিবেচিত হৈছিল।

বিদগ্ধ সমাবেশটোৰ সন্ধানাৰ্থে ভাণ্ডাৰকাৰে নিজে ৰচনা কৰা বিবিধ ছন্দৰ কবিতা পাঠ কৰিছিল। কিছু সংখ্যক পণ্ডিত শ্বাসাঘাত আৰু উচ্চাৰণৰ বিষয়ে জানিবলৈ আগ্ৰহী হোৱাত বৈদিক ব্ৰাহ্মণসকলে উচ্চাৰণ কৰা ধৰণে ঋক্‌বেদৰ স্তোত্ৰ আবৃত্তি কৰি শুনাইছিল। ভাৰতৰ প্ৰাচীন সাহিত্য অধ্যয়নৰ বাবে জীৱন উচৰ্গা কৰা বিভিন্ন দেশৰ ইমানবিলাক পণ্ডিতক দেখা পোৱাটো অতি গৌৰৱজনক। "বৃহদাৰণ্যকোপনিষদ"

আৰু "বায়ু পুৰাণ"ত বৰ্ণনা কৰা যাজ্ঞৱল্ক্যৰ নেতৃত্বত সমৱেত হোৱা ঋষিসকলৰ কথা ই তেওঁক সোঁৱৰাই দিছিল। এই বিষয়বস্তুকে লৈ ভাণ্ডাৰকাৰে কবিতা ৰচনা কৰিছিল। বিদেহৰ ৰজা জনকৰ ৰাজধানী মিথিলাত সমৱেত হোৱা দেৱতা আৰু নৰৰ শ্ৰদ্ধাৰ্হ পুণ্যবান আৰু জ্ঞানী ঋষিসকলৰ পুনৰ আবিৰ্ভাব ঘটিছে অষ্ট্ৰিয়াৰ সম্ৰাটৰ ৰাজধানী ভিয়েনাত। মানৱৰ প্ৰতি দয়াপৰবশ হৈ পাপেৰে পূৰ্ণ কলিযুগৰ অন্ধকাৰ দূৰ কৰিবলৈকে তেওঁলোক সমৱেত হৈছে। বুলাৰে জনকৰ পুৰোহিত অশ্বলৰ ভূমিকা গ্ৰহণ কৰিছে। ৱেবাৰ আৰু ৰোথৰ মাজত যাজ্ঞবল্ক্যৰ আৰু কেইলহৰ্ণৰ মাজত শকলৰ আবিৰ্ভাৱ ঘটিছে। কহোদা জলীৰ ৰূপত প্ৰকাশ পাইছে আৰু বাকীসকল লাডউইগ, ৰুষ্ট, জেকবি, আৰু আনসকলৰ মাজেদি প্ৰকাশিত হৈছে। ভিয়েনাৰ এগৰাকী মহিলাই তাত অংশ গ্ৰহণ কৰি ভাৰতীয় সাহিত্যৰ প্ৰতি বিশেষ অনুৰাগ প্ৰকাশ কৰিছিল। তেওঁ সংস্কৃত সাহিত্যৰ আটাইবিলাক অনুবাদ আৰু সেই সম্পৰ্কে লেখা সকলো গ্ৰন্থ অধ্যয়ন কৰিছিল। তেওঁৰ নাম আছিল গাৰ্গী ৱাচাকনাৱি।

ভাৰতৰ পৱিত্ৰ ভাষা আৰু সাহিত্য অধ্যয়নৰ ক্ষেত্ৰত বৰঙণি আগবঢ়োৱা জাৰ্মান পণ্ডিতৰ প্ৰতি তেওঁৰ অন্তৰ প্ৰশংসাৰে পূৰ্ণ হৈ আছিল। সংস্কৃতৰ সৈতে ইউৰোপৰ প্ৰাচীন ভাষাৰ সামঞ্জস্যকে কেৱল তেওঁলোকে বিচাৰি পোৱা নাছিল, তেওঁলোকে বৈজ্ঞানিক পদ্ধতিত তাক অধ্যয়ন কৰিছিল। ভাৰতৰ আৰ্যসকল প্ৰাচীন গ্ৰীক আৰু ৰোমানসকলৰ সৈতে একেটা জাতিৰ অন্তৰ্ভুক্ত আছিল। তাৰ উপৰিও ভাৰতৰ বিভিন্ন অঞ্চলৰ পৰা তেওঁলোকে পাণ্ডুলিপি সংগ্ৰহ কৰিছিল। বেদৰ ইতিহাস অধ্যয়ন কৰিছিল আৰু আৰ্যসকলৰ ইতিহাস সযতনে বিচাৰি উলিয়াইছিল। তেওঁলোকে মহাকাব্য, পুৰাণ, অনুশাসনৰ গ্ৰন্থ বিচাৰ কৰিছিল আৰু বৌদ্ধধৰ্মৰ গ্ৰন্থবোৰ বিচাৰি উলিয়াইছিল। ইংৰাজসকলেও এই ক্ষেত্ৰত যথেষ্ট কাম কৰিছিল কিন্তু জাৰ্মানসকলে কৰা কাম আছিল অতি উচ্চ স্তৰৰ। ভাণ্ডাৰকাৰে কৈছে, "তেওঁলোকৰ পাণ্ডিত্যৰ উজ্জ্বল দিশটো হ'ল সমালোচনা আৰু তুলনাৰ প্ৰতি থকা এটা হেঁপাহ। তেওঁলোকে পৰীক্ষা কৰা তথ্যবোৰৰ ভাব আৰু ভাষাৰ বিকাশৰ ধাৰা বিচাৰ কৰি ঘটনাবিলাক ক্ৰমিকভাবে নিৰ্ণয় কৰিছিল। ভাণ্ডাৰকাৰৰ যদিও ভাৰতীয়সকলৰ অবৈজ্ঞানিক, পৰম্পৰাগত পদ্ধতিৰ প্ৰতি সমালোচনাত্মক দৃষ্টিভঙ্গী আছিল, তথাপি ইউৰোপীয় সকলৰ পাণ্ডিত্যৰ দুৰ্বল দিশটোৰ প্ৰতিও তেওঁ আঙুলিয়াই দিছিল। তেওঁলোকে ভাৰতবৰ্ষৰ যিকোনো গ্ৰন্থ, চিন্তাধাৰা বা অনুষ্ঠানক অতি প্ৰাচীন কামৰ বুলি স্বীকৃতি দিবলৈ অতিশয় কুণ্ঠাবোধ কৰা বাবে আৰু আমাৰ সাহিত্যৰ যি কোনো ক্ষেত্ৰতে গ্ৰীক প্ৰভাৱ বিচৰাৰ এটা প্ৰৱণতা দেখা পাই তেওঁ অসুখী হৈছিল।

এই দুয়োটা পথৰ মাজত সংযোগ স্থাপন কৰাৰ উপায় হ'ল ভাণ্ডাৰকাৰৰ মতে, পশ্চিমৰ আৰু ভাৰতৰ পণ্ডিতসকলৰ মাজত ঘনিষ্ঠ যোগাযোগ স্থাপন কৰা। কংগ্ৰেছত বিশ্ব ভ্ৰাতৃত্বৰ ভাব যিদৰে তেওঁৰ মনত জাগি উঠিল, তাৰ ফলতেই সংস্কৃতত

এটা কবিতা তেওঁ ৰচনা কৰিলে।

"ভ্রাতৃত্বৰ ভাব সকলোৰে উচ্চত চৰম ৰূপত প্রতিষ্ঠিত হৈছে। মানৱতাৰ ভ্রাতৃত্বৰ এই ভাবটোৱেই নিজৰ সৈতে সম্পূর্ণ পৃথক প্রাচ্যৰ জাতিসমূহৰ ভাষা, বিজ্ঞান আৰু কলা অধ্যয়ন কৰিবলৈ এই লোকসকলক উদগনি দিছে। এনে ধৰণৰ কংগ্রেছে বিভিন্ন দেশৰ লোকক যেন বন্ধুত্বৰ পাশত আৱদ্ধ কৰে। যুদ্ধৰ যেন বিলুপ্তি ঘটক আৰু মানৱতা যেন সমৃদ্ধিশালী হওক।"

**মহত্ত্বৰ স্মৃতিচিহ্ন**

স্থায়ী স্মৃতিচিহ্ন এটা নির্মাণ কৰাৰ দুটা উপায় আছে। এটা হ'ল কোনো এক ব্যক্তিত্বৰ আদর্শবোৰৰ বিস্তাৰ ঘটাবলৈ কোনো এক অনুষ্ঠান স্থাপন কৰা, আনটো হ'ল স্মৃতিগ্ৰন্থ প্রকাশ কৰা। এই দুয়োটা ক্ষেত্রতে ভাণ্ডাৰকাৰ ভাগ্যৱান। তেওঁৰ জীৱনকালতে এই দুয়োটা বস্তুৱেই কার্যকৰী হোৱা তেওঁ দেখা পাইছে। ১৯১৭ চনত তেওঁৰ বন্ধু, ছাত্র আৰু গুণগ্রাহীসকলে "ভাণ্ডাৰকাৰ অৰিয়েণ্টেল ৰিচার্চ ইন্সটিটিউট্" প্রতিষ্ঠা কৰে। তাৰ উদ্দেশ্য আছিল, "সাহিত্য সমাজ আৰু ৰাজনীতিৰ বুৰঞ্জী উদঘাটনৰ বাবে ইয়াৰ সদস্যসকলৰ উৎসাহ বঢ়াই তোলা আৰু একেটা চৰ্চাত বহিৰাগতসকলক সহায় কৰা।" এই দুটা আদর্শ শিৰোধাৰ্য কৰি অনুষ্ঠানটোৱে দুটা অতি গুৰুত্বপূর্ণ কাম কৰি আছে—মহাভাৰতৰ এখন সমালোচনাত্মক তাঙৰণ প্রকাশ কৰিছে আৰু অল ইণ্ডিয়া অৰিয়েণ্টেল কন্‌ফাৰেন্সৰ সভাবোৰ পাতি আছে। প্রতি দুবছৰৰ অন্তৰে অন্তৰে এই সভা আহ্বান কৰা হয়। ভাৰততত্ত্বৰ বিষয়ে বিভিন্ন ৰচনা পাঠ কৰা হয়, আলোচনা কৰা হয় আৰু কার্যবিবৰণীৰ লগত প্রকাশ কৰা হয়। তাৰে এখন সভাত ভাণ্ডাৰকাৰে ভাৰতত প্রাচ্যবিদ্যাৰ অধ্যয়নৰ অগ্রগতিত সন্তোষ প্রকাশ কৰে। "আমাৰ মাজত সমালোচনাত্মক পাণ্ডিত্যৰ অভ্যুদয় দেখি মই আনন্দ পাইছোঁ। ভাল গ্রন্থ আৰু বক্তৃতা অলপতে প্রকাশ হৈছে। মোৰ জীৱনৰ কর্মময় বছৰবোৰ এই দৃঢ় বিশ্বাস লৈ সামৰিছোঁ যে আমাৰ মাজত সমালোচনাত্মক পাণ্ডিত্যৰ সমৃদ্ধি ঘটিছে; কুৎসাৰটনা আৰু আক্রমণৰ বিৰুদ্ধে তাৰ থিয় দি ই আমাৰ নিজস্ব ৰক্ষা কৰিব। আজি আৰম্ভ হোৱা অধিবেশনত বহুত প্রৱন্ধ পাঠ কৰা হ'ব বাবে মই আনন্দিত হৈছোঁ। তাৰে বহু সংখ্যক গুৰুত্বপূর্ণ হ'ব। আমি আমাক অভিনন্দন জনাবলৈ সমর্থ হ'ম। এই অধিবেশনখন আমাৰ প্রগতিৰ এটা খুটা স্বৰূপ হৈ ৰ'ব।"

তেওঁৰ আশীবছৰ সম্পূর্ণ হোৱাত, তেওঁৰ প্রতি থকা শ্রদ্ধা আৰু মৰম প্রকাশ কৰি বিভিন্ন দেশৰ লেখকৰ ৰচনাৰে সমৃদ্ধ এখন স্মৃতিগ্রন্থ প্রকাশ কৰা হয়। বেদ আৰু ইয়াৰ প্রাচীনতা, মহাকাব্য আৰু পুৰাণসমূহ, পালি, বৌদ্ধধর্ম আৰু জৈনধর্ম, দর্শন, বুৰঞ্জী আৰু পুৰাতত্ত্ব, ব্যাকৰণ আৰু দর্শন, কাব্য আৰু অলঙ্কাৰ আৰু কাৰিকৰী বিজ্ঞানৰ বিষয়ে প্রৱন্ধ ইয়াত সন্নিৱিষ্ট কৰা হয়। প্রৱন্ধলেখকসকল আছিল মেক্‌ডনেল্, ষ্টেইন, কীথ,

তিলক, লেডী, পাৰ্গিটাৰ, গ্ৰিয়েৰচন, ৰয়চ ডেভিড্চ্, গঙ্গানাথ ঝা, বেলৱালকাৰ, ডি. আৰ. ভাণ্ডাৰকাৰ, হৰ প্ৰসাদ শাস্ত্ৰী স্মিথ আৰু কৃষ্ণস্বামী আয়েঙ্গাৰ। ইয়াৰ পৰা দেখা যায় যে বিশ্বৰ ভাৰততত্ত্ববিদ্‌সকলে ভাণ্ডাৰকাৰক উচ্চ সন্মান যাচিছিল। তেওঁৰ এজন শিষ্য, গুণেই অধ্যয়নৰ বাবে ইউৰোপ ভ্ৰমণ কৰিছিল। তেওঁ কৈছিল ভাণ্ডাৰকাৰৰ ৰচনা কৰ্তৃত্বসহকাৰে তাত উদ্ধৃত কৰিছিল। ভাৰততত্ত্বৰ বিবিধ সমস্যাৰ ক্ষেত্ৰত তেওঁৰ অভিমত শেষ কথা হিচাবে গণ্য কৰিছিল। অধ্যাপক কেইলহৰ্ণে কৈছিল, "ভাৰতবৰ্ষই জন্ম দিয়া শ্ৰেষ্ঠ পণ্ডিতসকলৰ ভিতৰৰ তেওঁ এজন।" ইউৰোপীয় পণ্ডিত বন্ধুসকলৰ সৈতে তেওঁ সদায় সংযোগ ৰক্ষা কৰিছিল। "বায়ুপুৰাণ" অনুবাদৰ সংক্ৰান্তত অধ্যাপক মেক্স মূলাৰে তেওঁলৈ লিখিছিল। ভাণ্ডাৰকাৰে কামটো কৰিব লাগে বুলি তেওঁ বৰকৈ ইচ্ছা কৰিছিল। কিন্তু দুভাৰ্গ্যবশতঃ কামটো তেওঁ কৰিব নোৱাৰিলে। ডা. বুলাৰে প্ৰাচীন পাণ্ডুলিপিৰ সংক্ৰান্তত তেওঁলৈ লিখিছিল আৰু ৰয়চ ডেভিড্চে বৌদ্ধধৰ্ম আৰু পালি সাহিত্যৰ সমস্যা সম্পৰ্কে তেওঁলৈ লিখিছিল। ই কেৱল ভাৰতৰ আৰু পাশ্চাত্যৰ পণ্ডিতসকলৰ মাজৰ ঘনিষ্ঠ সহযোগ আৰু মতোপলব্ধিৰ কথাকে নুসূচায়, ভাণ্ডাৰকাৰৰ পাণ্ডিত্যৰ প্ৰতি তেওঁলোকৰ গভীৰ সন্মানৰ কথাও প্ৰকাশ কৰে। জাৰ্মান পণ্ডিত গেল্ড্নৰে তেওঁলৈ লিখা চিঠিতো এই কথা ফুটি উঠে।

स्वास्ति! बेर्लिनाख्य राजधानी निवासी गेल्डनेर नामक उपाध्याय: पुण्याख्यप्रत्तने श्रीभांडारकाराचार्य विद्यावृद्धं सर्वशास्तभाडांगारं प्रणम्य सविनयम विज्ञापयति। श्री बूलेर भर्तृनापमृन्युरुप कालदष्टेन समस्त शास्त्रसंग्रहे Grundriss der Indo-Arischen Philologie इत्युक्ते श्रुतिलक्षणस्य सहस्यक्षंत्तं ब्राह्मणकलापस्य प्रपंचने नियुक्तोऽस्मि। अत्र स्वध्यायविषये शाकलशाखा पाठांनररहिता श्रूयत आद्यो स्विच्छोजिपरंपरा प्राप्तानि पाठांतराणि करनिचित्क्वचित्तछ्यूत इतिचिंत्यते। भवत: प्रमाणं नापम् वेदतत्वपारोतिनीर्षु:। अतएव यावच्छक्यं यथावसरं वा भवंत उत्तरप्रसादं कर्तुमर्ह्यतीति मे सविनयाविज्ञाप्ति: सदा भवदादेश वर्त्तिन:।।

भद्रं नो अपि वात य
मना दत्तमुत क्रतुम्। भद्रं व:।।[২২]

---

২২. ইয়াৰ মুকলি অনুবাদ এনে ধৰণৰ হ'ব ঃ
ৰাজধানী বাৰ্লিন চহৰনিবাসী গেল্ডনেৰ নামৰ উপাধ্যায়ে পুনাৰ সৰ্বশাস্ত্ৰ ভাণ্ডাৰগাৰ শ্ৰী ভাণ্ডাৰকাৰক প্ৰণাম জনাই বিনয়সহকাৰে কৈছোঁ। মই "Grundriss der Indo-Arischen Philologie ৰ সম্পাদনাৰ কামত এতিয়া নিযুক্ত হৈ আছোঁ। ই সমগ্ৰ বৈদিক সাহিত্যৰ ভিত্তিত ৰচিত হৈছে। বুলেৰৰ অপমৃত্যুৰ বাবে কামটো সমাপ্ত কৰিব পৰা নাই। বেদৰ শাকলশাখাৰ পাঠান্তৰ নাই বুলি শুনিছোঁ। কৰবাত ইয়াৰ পাঠান্তৰ থাকিব পাৰে। এইটো কথা আপুনিহে কব পাৰিব। মই নহয়। বেদৰ প্ৰকৃত গুৰুত্ব মই বুজিব খুজিছোঁ। আপুনি যেতিয়াই পাৰে সাধ্যানুসৰি এই বিষয়ত যিমান পাৰে পোহৰ পেলাব বুলি আশা কৰিলো। ইতি আপোনাৰ আদেশপ্ৰাৰ্থী কে. এফ. গেল্ডনেৰ।

১৯২৩ চনত তেওঁৰ মৃত্যুৰ দুবছৰৰ আগতে ৰবীন্দ্ৰনাথ ঠাকুৰ আৰু ফৰাচী পণ্ডিত চিলভেইন লেভীয়ে পুণেৰ সঙ্গমাশ্ৰমত তেওঁক দেখা কৰিবলৈ গৈছিল। তেওঁক ১৮৭৪ চনত ৰয়েল এচিয়াটিক্ চচাইটি অৱ লণ্ডনৰ সদস্য পতা হৈছিল। জাৰ্মান অৰিয়েণ্টেল চচাইটি, আমেৰিকান অৰিয়েণ্টেল চচাইটি, আৰু ১৮৮৭ চনৰ ইটালিৰ এচিয়াটিক চচাইটিৰ তেওঁক সদস্য পতা হৈছিল। ১৮৯৫ চনত ফ্ৰেঞ্চ ইন্স্টিটিউট্, ১৮৮৫ চনত গটিংটন্ ইউনিভাৰচিটিৰ ডি. ফিল., ১৮৯১ চনত চি. আই. ই., ১৯০৪ চনত মুম্বাই ইউনিভাৰচিটিৰ ডি. লিট., ১৯০৮ চনত কলিকতা বিশ্ববিদ্যালয়ৰ পি. এইচ. ডি., ১৯০৩-০৪ চনত গৰ্ভণৰ জেনেৰেলৰ লেজিচলেটিভ্ কাউন্সিলৰ সদস্য, ১৯০৪-০৫ চনত মুম্বাই লেজিচলেটিভ্ কাউন্সিলৰ সদস্য, ১৯১১ চনত কে. চি. আই. ই. নিযুক্ত হয়।

প্ৰাচ্য গৱেষণাৰ প্ৰতি নিজৰ অৱদানৰ বাবেই ভাণ্ডাৰকাৰৰ স্থান বুৰঞ্জীত যুগমীয়া হৈ ৰব। "সমালোচনাযুক্ত পাণ্ডিত্য, অগাধ পাণ্ডিত্য, নিৰুদ্বেগ বিচাৰ আৰু স্বাধীনতাৰ সমাহাৰ তেওঁৰ মাজত ঘটিছিল। তেওঁৰ কিতাপ আৰু প্ৰৱন্ধবিলাকত তেওঁৰ জ্ঞান আৰু গৱেষণাৰ স্থায়ী চিন এৰি থৈ গৈছে। সেইবিলাক পণ্ডিতসকলৰ বাবে যুগে যুগে আদৰ্শস্বৰূপ হৈ ৰব। সংস্কৃত আৰু সহযোগী ভাষাসমূহৰ অধ্যয়নত পশ্চিমীয়া পদ্ধতি প্ৰয়োগৰ ক্ষেত্ৰত তেওঁ পথপ্ৰদৰ্শক। তেওঁৰ গ্ৰন্থসমূহত প্ৰাচ্য আৰু পাশ্চাত্যৰ অতি সুখজনক সমন্বয় ঘটিছে। তেওঁ বিচাৰি পোৱা এই দুৰ্লভ সমন্বয়ৰ বাবেই জীৱনৰ শেষ বয়সত তেওঁ পৃথিৱী জোৰা সন্মান লাভ কৰিলে আৰু জীৱনৰ ভাটি বয়সত তেওঁ ভাৰত অধ্যয়নৰ ভীষ্ম পিতামহ ৰূপে খ্যাতি আৰ্জিলে।[২৩]

২৩. মুম্বাইৰ ৰয়েল এচিয়াটিক চচাইটীয়ে তেওঁৰ স্মৃতিৰ তৰ্পন কৰা শ্ৰদ্ধাৰ্ঘৰ পৰা উদ্ধৃত; কৰ্ণাটকি, ডা. ভাণ্ডাৰকাৰ য়াঞ্চে চৰিত্ৰ, পৃ. ৪৩৫।

# 6

## সমাজ সংস্কাৰক

উনৈশ শতিকাৰ প্ৰথমাৰ্দ্ধত পাশ্চাত্য শিক্ষাৰ প্ৰৱৰ্তনে ভাৰতবৰ্ষৰ ওপৰত গভীৰ প্ৰভাৱ পেলাইছিল। আমাৰ আচাৰ-ব্যৱহাৰ, ৰীতি-নীতি, আৰু অনুষ্ঠানবোৰ সমালোচনাৰ দৃষ্টিৰে পৰীক্ষা কৰিবলৈ আৰু তাৰ দোষ আৰু পাপবোৰ উদঙাই ধৰিবলৈ ই আমাক সক্ষম কৰিলে। এই ধাৰণাবোৰৰ দ্বাৰা উদ্বুদ্ধ হৈ ভালেসংখ্যক ভাৰতীয় নেতাই হিন্দু সমাজ ব্যৱস্থা সংস্কাৰ কৰাত মনপুতি লাগিল। সেই পথপ্ৰদৰ্শকসকলৰ ভিতৰৰ কেইজনমান আছিল ৰাজা ৰামমোহন ৰয় আৰু ঈশ্বৰ চন্দ্ৰ বিদ্যাসাগৰ। আচাৰ্য বালশাস্ত্ৰী জাম্ভেকাৰ আৰু বিষ্ণু শাস্ত্ৰী পণ্ডিত আছিল তেওঁলোকৰ ভিতৰত অগ্ৰগামী সমাজ সংস্কাৰক। তেওঁলোকৰ দৃষ্টান্ত অনুসৰণ কৰি ভাণ্ডাৰকাৰেও যথাসাধ্য বৰঙণি দিবলৈ যত্ন কৰিলে। তেওঁৰ দেশবাসীৰ মঙ্গলৰ বাবে মহাৰাষ্ট্ৰৰ সমাজ সংস্কাৰত তেওঁ সহায় কৰিলে। সমাজ সভা আৰু সংস্কাৰ অনুষ্ঠানবোৰত তেওঁৰ ভাষণসমূহে আদৰ্শৰ এটা পটভূমি ৰচনা কৰিলে। বুৰঞ্জীবিদ হিচাপে ভাণ্ডাৰকাৰে সমালোচনাৰে সমাজপদ্ধতিৰ বুৰঞ্জীৰ অধ্যয়ন আৰম্ভ কৰিলে। এই বিষয়ে তেওঁৰ প্ৰথম প্ৰয়াস হ'ল, "দি চচিয়েল্ হিষ্ট্ৰি অব ইণ্ডিয়া' নামৰ প্ৰৱন্ধটো। ১৯০১ চনত চি. ৱাই. চিন্তামণিয়ে সম্পাদনা আৰু প্ৰকাশ কৰা "ইণ্ডিয়ান্ চচিয়েল্ ৰিফৰ্ম"লৈ তেওঁ এই বৰঙণি আগবঢ়াইছিল।

হিন্দুসকলৰ মাজৰ জাতিভেদ প্ৰথা বিকাশৰ বিষয়ে চমুকৈ উল্লেখ কৰি তেওঁ প্ৰৱন্ধটো আৰম্ভ কৰিছে। প্ৰথমতে মাত্ৰ তিনিটা ব্যৱস্থাহে আছিল—ব্ৰহ্মা, ক্ষত্ৰম্ আৰু ৱিশজ। পৰিস্থিতিৰ লগত খাপ খালে যিকোনো লোকে তাৰ যিকোনো এটা বিভাগ বাছি লব পাৰিছিল। সেই বিভাগবিলাক আধুনিক জাতিবিভাগৰ দৰে নাছিল। সময়ত সেইবিলাক উত্তৰাধিকাৰসূত্ৰে গ্ৰহণ কৰিবলগীয়া হ'ল। যিটো বিভাগত জন্ম গ্ৰহণ কৰে, তাৰ বাহিৰে আন বিভাগ কোনেও গ্ৰহণ কৰিব নোৱাৰা হৈ পৰিল। ভাৰতত জাতিভেদ প্ৰথাটো ইমান দৃঢ় হৈ পৰাৰ কাৰণ তেওঁ বিচাৰি চাইছে। পশ্চিমৰ কিছুমান জাতিৰ মাজত জাতিভেদৰ বীজ নিহিত হৈ আছিল। গ্ৰীক, জাৰ্মান আৰু ৰুচসকলৰ মাজত অন্তৰ্বিবাহ আৰু ভোজন নিষিদ্ধ আছিল। এই নিষেধবিলাক কঠোৰ জাতিভেদ

প্ৰথাত পৰিণত হ'ব নোৱাৰিলে। ভাৰতবৰ্ষত কিন্তু ই এখন উৰ্বৰ ভূমি বিচাৰি পালে। ফৰাচী পণ্ডিত এম. চেনাৰ্টৰ সৈতে তেওঁ একে মত পোষণ কৰিছে, যে ৰাজনৈতিক আৰু জাতীয় চৈতন্যৰ শক্তিশালী জাগৰণে পশ্চিমত জাতিভেদৰ বাধা নিষেধ ক্ৰমশঃ দুৰ্বল কৰি শেষত একেবাৰে নোহোৱা কৰি পেলালে। কিন্তু ভাৰতত এনে ভাৱৰ অভাবে জাতিভেদ সীমাবদ্ধ কৰি তাক চলি থকাত সহায় কৰিলে। ভাণ্ডাৰকাৰে এই পিছৰ কথাখিনিৰ বিৰোধিতা কৰিছে। আজিৰ যুগৰ অসংখ্য জাত অতি প্ৰাচীন কালতো আছিল। প্ৰাক্‌বৈদিক যুগতো ই প্ৰচলিত আছিল। পুৰণি বৰ্ণ বা স্তৰবিলাকৰ পৰা বৰ্ত্তমান জাতিভেদৰ সৃষ্টি হোৱা বুলি তেওঁ নাভাবে। অল্ডেনবাৰ্গৰ মত সমৰ্থন কৰি তেওঁ কৈছে যে আগৰ পাতল বাধানিষেধবোৰ কালক্ৰমত গধুৰ শিকলিত পৰিণত হ'ল আৰু লৰাব নোৱাৰা হ'ল।

ব্ৰাহ্মণৰ শ্ৰেষ্ঠতা অস্বীকাৰ কৰি বুদ্ধদেৱে তেওঁৰ ধৰ্মত সকলোকে স্থান দি জাতিভেদৰ কঠোৰতা কোমলাবলৈ কৰা চেষ্টাৰ কথা স্বীকাৰ কৰিও তেওঁ মত প্ৰকাশ কৰিছে যে আনকি বুদ্ধদেৱেও তেওঁৰ শিষ্যসকলক নিজৰ "জাত আৰু সামাজিক সম্পৰ্কৰ প্ৰতি থকা কৰ্তব্য আওকাণ কৰিবলৈ বাধ্য নকৰি" বুদ্ধদেৱেও ইতিবাচক কাম কৰিব পৰা নাছিল। সেইদৰে ভক্তি ধৰ্মৰ মধ্যযুগীয় ঋষিসকলেও জাতিভেদক এটা সামাজিক পাপ বুলি গণ্য কৰা নাছিল। কেৱল তেওঁলোকৰ প্ৰেমৰ দেৱতাৰ একান্ত ভকত সতীৰ্থ সকলৰ মাজতহে ই বৰ্জনীয় আছিল। এই অন্যায় দূৰ কৰিবলৈ সামাজিক আৰু ৰাজনৈতিক বিপ্লৱ গঢ়ি তুলিবলৈ তেওঁ আবেগেৰে আহ্বান জনাইছিল। ভাণ্ডাৰকাৰে দুখ কৰিছিল যে ভাৰতত ধৰ্মীয় বিপ্লৱ ঘটিছিল যদিও কোনো সামাজিক আৰু ৰাজনৈতিক বিপ্লৱ ঘটা নাছিল।

তেওঁৰ মতে জাতিভেদৰ লক্ষণ হ'ল, বিবাহ এটা জাতিৰ ভিতৰত হ'ব, বাহিৰত হ'ব নোৱাৰে, একেলগে খাব নোৱাৰে। জাতিভেদ সৃষ্টি কৰা আন কাৰণসমূহ হ'ল বসতিস্থানৰ বিভিন্নতা, জাতিৰ কাৰ্যকলাপ, বহিষ্কাৰ, শ্ৰেণী বা বৃত্তিৰ সৃষ্টি আৰু ধৰ্মীয় ধাৰা আৰু সম্প্ৰদায়। সময় অতিবাহিত হোৱাৰ লগে লগে এই কাৰণবিলাকেই লগ লাগি অসংখ্য জাতৰ সৃষ্টি কৰিলে আৰু বৰ্ত্তমানৰ হিন্দুসমাজ তিনিহেজাৰটা জাতত বিভক্ত হৈ আছে। প্ৰতিটোৱেই একোটা সম্প্ৰদায় আৰু প্ৰত্যেকৰে বিশেষ ধৰণৰ ৰুচি আৰু আচাৰ-ব্যৱহাৰ আছে আৰু ইটোৱে সিটোক বহুত দূৰত আঁতৰাই ৰাখিছে আৰু সামাজিক লেনদেন অসম্ভৱ কৰি তুলিছে। হিন্দু সম্প্ৰদায় এটা ভৌগোলিক ৰূপ। এনে এটা প্ৰথাৰ সামাজিক, ৰাজনৈতিক আৰু ধৰ্মীয় কুফলবোৰ অতিৰঞ্জিত কৰিব নোৱাৰি।

ভাণ্ডাৰকাৰে ল'ৰাকালৰ কথা স্মৰণ কৰিছে, ৰাওবাহাদুৰ ডাডোবা পাণ্ডুৰাঙে কেনেকৈ তেওঁৰ জাতিভেদৰ দোষবোৰ দূৰ কৰাৰ বিষয়ে কৈ তেওঁৰ ছাত্ৰসকলৰ মনত প্ৰভাৱ পেলাইছিল। এই উদ্দেশ্যে ৰাও বাহাদুৰে পৰমহংস সমাজ গঢ়ি তুলিছিল। এজন নতুন সদস্য ভৰ্তি হ'লে তেওঁ প্ৰাৰ্থনাৰ অন্তত খৃষ্টানে সেকা কে'ক এটুকুৰা খাবলগীয়া

হৈছিল। তেওঁ যে জাতিভেদ এৰি পেলাইছে, সেয়ে তাৰ প্ৰমাণ। এজন বন্ধুৱে ভাণ্ডাৰকাৰক এই সমাজখনৰ সৈতে চিনাকি কৰি দিছিল। যদিও বৌদ্ধিকভাবে তেওঁ ইয়াৰ উদ্দেশ্যাত বিশ্বাস ৰাখিছিল, ১৮৫৩ চনত মুম্বাইত অধ্যয়ন কৰিবলৈ গৈহে তেওঁ আনুষ্ঠানিক ভাবে এই সমাজত নাম ভৰ্ত্তি কৰে। ষোলবছৰীয়া ল'ৰা হিচাপে তেওঁৰ সেই ঘটনাটো তেওঁ এইদৰে সুঁৱৰিছে ঃ

"মোৰ দীক্ষাগ্ৰহণ সম্পন্ন কৰা হৈছিল ডুমেট্‌চ চাওলৰ এটা কোঠাত। মোক এডোখৰ কে'ক খাবলৈ দিয়া হৈছিল। মোৰ গাৰ নোমবোৰ জিকাৰ খাই উঠিল। মই যেন কিবা ভয়ঙ্কৰ কাম এটাহে কৰিলো।"[২৪]

উনৈশ শতিকাৰ ষষ্ঠ দশকৰ আগভাগলৈকে সভাই কাম কৰি আছিল। সদস্যসকলৰ নাম লিখা বহীখন হেৰাল আৰু জাতি ভ্ৰষ্ট হোৱাৰ শাস্তিৰ বাবে সকলোৱে ভয় খালে। সমাজ সেইদৰেই ভাগি পৰিল আৰু ধৰ্মীয় সংস্কাৰৰ যোগেদি এতিয়া জাতিপ্ৰথাটো নিয়ন্ত্ৰণ কৰিবলৈ যত্ন কৰিলে। পৰমহংস সভাৰ সদস্যসকলে এতিয়া অনুভৱ কৰিলে যে ধৰ্মসংস্কাৰৰ ভেটিত প্ৰতিষ্ঠিত নহ'লে সমাজসংস্কাৰ ভালদৰে চলাব নোৱাৰি। সেইবাবে কলিকতাৰ ব্ৰাহ্ম সমাজৰ আৰ্হিত প্ৰাৰ্থনা সমাজ প্ৰতিষ্ঠিত হ'ল। ইয়াৰ মূলমন্ত্ৰ হ'ল ঈশ্বৰৰ পিতৃত্ব আৰু মানুহৰ ভ্ৰাতৃত্ব। শেষৰটোৰপৰা জাতিপ্ৰথাৰ বিলোপ সূচিত হয়। সকলো সামাজিক বিভেদ নিৰ্মূল কৰাই আছিল ইয়াৰ লক্ষ্য যাৰ বাবে সমাজৰ বহুতো সদস্য সাজু নাছিল। কিন্তু এই কথা মানিবই লাগিব, এই সংস্কাৰক সকলৰ দৃষ্টিভঙ্গী প্ৰাচীন সংস্কাৰকসকলতকৈয়ো জাতি প্ৰথাৰহে বিশেষ বিৰোধী আছিল। সমাজসংস্কাৰৰ আটাইবিলাক কাৰ্যসূচী তেওঁলোকৰ হাতত আছিল।

বহুতো ভাৰতীয়ৰ আন্তৰিকতাৰ অভাৱে ভাণ্ডাৰকাৰক আমনি দিছিল। তেওঁ কৈছিল, "যেতিয়া আমাৰ দৰকাৰ হয়, আমি জাতি প্ৰথা নামানো, যেতিয়া আমাৰ দৰকাৰ নোহোৱা হয়, তেতিয়া আমি তাক আকৌ মানো। এই আন্তৰিকতাহীনতা দূৰ কৰিবলৈ তেওঁ শিক্ষিত লোকক উপদেশ দিছিল। সভা, অধিবেশন আৰু কংগ্ৰেছ আদি আহ্বান কৰি জাতি প্ৰথা দূৰ কৰিবলৈ আৰু অসৱৰ্ণবিবাহ আৰু বিভিন্ন জাতৰ লোকক একেলগে ভোজন কৰিবলৈ তেওঁ আহ্বান জনাইছিল। অসবৰ্ণ বিবাহৰ কথা কবলৈ যাওঁতে বিভিন্ন জাতৰ ৰীতি-নীতি, আচাৰ-ব্যৱহাৰ, খাদ্য-অভ্যাস আদিৰ অসুবিধাৰ কথাও তেওঁ নভবাকৈ নাছিল; কিন্তু এইবোৰ সমস্যা ক্ৰমশঃ দূৰ হ'ব বুলি তেওঁ ভাবিছিল।

হিন্দু-মুছলমানৰ সম্প্ৰীতিৰ এজন সমৰ্থক হিচাপে এই দুয়োটা সম্প্ৰদায়ৰ মাজত সম-উপলব্ধি গঢ়ি উঠিব লাগে বুলি তেওঁ কামনা কৰিছিল। ভাৰতৰ জাতীয় সংহতিৰ বাবে হিন্দুসমাজৰ পৰা জাতিভেদ নিৰ্মূল হ'ব লাগে বুলি তেওঁ বিবেচনা কৰিছিল।

---

২৪. Collected works, Vol. II, P. 480.

তেওঁ এইদৰে দেশবাসীৰ প্ৰতি আহ্বান জনাইছে, "যদিহে কোনোবা এজনে মোক কব পাৰে, কেনেকৈ এক ঐক্যবদ্ধ জাতি গঢ়ি তুলিব পৰা যাব, তেনেহ'লে মই পৰম কৃতজ্ঞ হ'ম। সেইবাবে যদিহে আমি আমাৰ দেশৰ ভৱিষ্যতৰ বাবে অলপো চিন্তিত হওঁ, বিশ্বত যি দৰে সংগ্ৰাম চলি আছে, আমাৰ সম্প্ৰদায়বিলাকৰ মাজত ঐক্যৰ মনোভাৱ এটা অচিৰে জগাই তুলিবই লাগিব আৰু সক্ৰিয় ঘৃণাক সক্ৰিয় সহানুভূতিত পৰিণত কৰিব লাগিব।"

অন্যান্য সামাজিক সমস্যাবোৰৰ ভিতৰত ভাৰতীয় নাৰীৰ অৱস্থাই ভাণ্ডাৰকাৰৰ দৃষ্টি আটাইতকৈ বেছি আকৰ্ষণ কৰিছিল। তেওঁলোকৰ শিক্ষাৰ বাবে তেওঁৰ বিশেষ ধ্যান আছিল। দেশৰ অৰ্দ্ধেক বৌদ্ধিক, নৈতিক আৰু আধ্যাত্মিক উৎসৰ অপচয়ৰ বাবে তেওঁ বৰ উদ্বিগ্ন হৈ পৰিছিল। দেশৰ নৱজাগৰণত নাৰীয়ে বিশেষ ভূমিকা গ্ৰহণ কৰা বাবে তেওঁলোকে উপযুক্ত শিক্ষা পাবই লাগিব। দেশৰ সাধাৰণ অৱস্থাৰ উন্নতি ঘটাবলৈ তেওঁলোকৰ শিক্ষাৰ প্ৰয়োজন। ভাণ্ডাৰকাৰে জাতীয় সাহিত্য আৰু ইংৰাজী সাহিত্যৰ অধ্যয়ন তেওঁলোকৰ সহায়ক হ'ব বুলি কৈছিল। সাধাৰণতে উত্থাপিত হোৱা এটা প্ৰশ্ন ঃ স্ত্ৰী আৰু পুৰুষৰ শিক্ষাৰ আদৰ্শ একে হোৱাটো উচিত নে অনুচিত? ভাণ্ডাৰকাৰৰ বাবে ই যথেষ্ট অৰ্থপূৰ্ণ আছিল। যুৱ স্নাতকসকলৰ ওপৰত বিশ্ববিদ্যালয়ে জাপি দিয়া গধুৰ বোজাৰ বিপক্ষে উঠা ঘোৰ প্ৰতিবাদৰ প্ৰতি ভাণ্ডাৰকাৰৰ দৃষ্টি আকৰ্ষিত হৈছিল। স্ত্ৰীসকল শাৰীৰিক ভাবে বেছি আলসুৱা আৰু তেওঁলোকৰ ওপৰত ঘৰুৱা কামৰ হেঁচাও অত্যধিক হোৱা বাবে তেওঁলোকৰ পাঠ্যক্ৰম পাতল হোৱাটো তেওঁ বাঞ্ছা কৰিছিল। হাইস্কুল শেষ কৰাৰ পিছত, যি শিক্ষাই তেওঁলোকৰ ব্যক্তিত্বৰ বিকাশ সাধে, তেনে শিক্ষাহে দিয়া উচিত।

নাৰীৰ আনটো সমস্যা হ'ল, তেওঁলোকৰ ওপৰত সমাজৰ নিষ্ঠুৰ আৰু অন্যায় উৎপীড়ন। ভাণ্ডাৰকাৰে কৈছিল, "দয়া মমতা থকা কোনো মানুহে এই কথা এক মুহূৰ্তৰ বাবেও সহ্য কৰিব নোৱাৰে। এজন পুৰুষক ষাঠীবছৰ বয়সলৈকে যিমান বাৰ ইচ্ছা, সিমানবাৰ বিয়া কৰাবলৈ সমাজে অনুমতি দিয়ে; কিন্তু সাত-আঠ বছৰীয়া ছোৱালী এজনী বিধবা হ'লে আন স্বামী গ্ৰহণ কৰিবলৈ অনুমতি নিদিয়ে। প্ৰথমা পত্নীৰ মৃত্যুৰ পোন্ধৰ দিনৰ পিছতেই আন পত্নী গ্ৰহণ কৰিলে যি সমাজে নিন্দাৰ এটাও শব্দ উচ্চাৰণ নকৰে, যি মানৱৰ স্ত্ৰী সত্বাটোৰ জীৱনৰ অতি কম মূল্য দিয়ে আৰু ঘৰৰ গৰু ম'হৰ লগতহে ঠাই দিয়ে, এনে অসুস্থ এখন সমাজ আন এখন সুস্থ সমাজৰ সৈতে প্ৰতিযোগিতা চলাই কৃতকাৰ্য হোৱাৰ যোগ্য নহয়।" নতুন অধিবাসীসকলৰ বাবেই এই স্খলন হৈছে বুলি কৈ তেওঁ আৰু কৈছে যে বহুত বছৰ ধৰি ছোৱালী এজনী অবিবাহিত হৈ থাকিলে কেতিয়াবা বিপথগামী হয়। সেইবাবেই বাল্যবিবাহৰ প্ৰচলন হৈছিল। তেওঁৰ মতে সুস্থ বিকাশৰ ক্ষেত্ৰত ল'ৰা-ছোৱালীৰ বাবে বাল্যবিবাহ এটা অন্তৰায়। কাৰণ তাৰ ফলত দুয়োৰে শক্তি কমি আহে আৰু দুৰ্বল সন্তানৰ বংশৰ সৃষ্টি হয়। শিশুকন্যাসন্তান

নিধন, পুৰুষৰ আৰু তিৰোতাৰ বহুপত্নী আৰু পতি গ্ৰহণ কৰাৰ দৰে সামাজিক দুৰ্গুণবোৰো তেওঁ নিন্দা কৰিছিল।

কেনেকৈ প্ৰাচীন কালত দেশৰ ধৰ্মীয় আৰু সাংস্কৃতিক বিকাশত নাৰী জড়িত হৈ আছিল, তাৰ উদাহৰণ তেওঁ দাঙি ধৰিছে। বুদ্ধদেৱে তেওঁৰ ধৰ্মপ্ৰচাৰত তেওঁলোকৰ পৰা বৰ সহায় লাভ কৰিছিল। প্ৰাচীন কালত নাৰীক উচ্চশিক্ষাৰপৰা বঞ্চিত কৰা হৈছিল বুলি ক'লে ভুল কৰা হ'ব। গাৰ্গী ৰাচকনেয়ী, সুলভা মৈত্ৰেয়ী আৰু ৰদৰ প্ৰতিথেয়ীৰ দৃষ্টান্তই তাৰ বিপৰীতটোৱেই প্ৰমাণ কৰে। ভাণ্ডাৰকাৰৰ মতে নাৰীৰ নিৰ্বাসন আৰু অজ্ঞানতা পিছৰ যুগৰ সৃষ্টি। মুছলমান শাসনে ইয়াক আৰু কঠোৰ কৰি তুলিলে।

ভাণ্ডাৰকাৰ কেৱল এজন তাত্বিক নছিল, তেওঁৰ সাংসাৰিক জ্ঞানো আছিল। মুম্বাইৰ "ফিমেল স্কুল"ৰ তেওঁ নিজে সম্পাদক আছিল। পুণেৰ একে ধৰণৰ অনুষ্ঠানৰ সৈতে তেওঁ জড়িত আছিল। অধ্যাপক ডি. কে. কাৰ্ৱেই প্ৰতিষ্ঠা কৰা "মহিলা বিদ্যাপীঠ"ৰ তেওঁ আচাৰ্য আছিল। ১৯১৯ চনৰ ১৫ জুনৰ ভাষণত ভাৰতীয় নাৰীৰ বিবিধ সমস্যাৰ কথা তেওঁ আলোচনা কৰিছিল আৰু এইখন দেশৰ উন্নতিৰ বাবে তেওঁলোকৰ ঐতিহাসিক ভূমিকা গ্ৰহণ কৰিবলৈ আহ্বান জনাইছিল। নাৰীৰ উচ্চশিক্ষাৰ তেওঁ পক্ষপাতী আছিল। নিজৰ পৰিয়ালতে তেওঁ উদাহৰণ দাঙি ধৰি তেওঁৰ নাতিনীসকলক বি. এ. আৰু এম. এ. পঢ়ুৱাইছিল। তেওঁলোকৰ এগৰাকীয়ে জগন্নাথ বৃত্তি লাভ কৰিছিল।

ভাণ্ডাৰকাৰৰ উপৰিও কেবাজনো ভাৰতীয় সংস্কাৰকৰ দৃষ্টি ভাৰতীয় নাৰীৰ অৱস্থাৰ প্ৰতি আকৰ্ষিত হৈছিল। বি. এম. মালাবাৰীয়ে ১৮৮৪ চনত বাল্যবিবাহৰ বিৰুদ্ধে আন্দোলন কৰিছিল আৰু বৰ যতন কৰি ৰাজহুৱা মত গঠন কৰিছিল। ১৮৯০ চনত কলিকতাত অনুষ্ঠিত হোৱা সৰ্বভাৰতীয় জাতীয় সামাজিক অধিবেশনত এই সম্পৰ্কে এটা প্ৰস্তাৱ দাঙি ধৰা হৈছিল। লৰ্ড লান্সডাউনে ১৮৯১ চনত "এইজ অৱ কন্‌চেণ্ট্ এক্ট্" গৃহীত কৰিছিল। তাত বয়সৰ সীমা ১০ৰ পৰা ১২ৰ ভিতৰত নিৰ্দ্ধাৰণ কৰা হৈছিল। ৰক্ষণশীল শ্ৰেণীৰ পৰা ঘোৰ প্ৰতিবাদ জনোৱা হৈছিল। তেওঁলোকৰ মতে এনেবিলাক বিষয়ত হস্তক্ষেপ কৰাৰ চৰকাৰৰ কোনো অধিকাৰ নাছিল। ভাণ্ডাৰকাৰৰ দৰে আন্তৰিকতাপূৰ্ণ সমাজসেৱী ইয়াৰ পৰা আঁতৰি থাকিব নোৱাৰিছিল। "এ নোট্ অন্ দি এইজ্ অৱ মেৰেজ" পুস্তিকা প্ৰকাশ কৰি তেওঁ কৈছিল আগৰ দিনত ছোৱালীক উপযুক্ত বয়সত বিয়া দিয়া হৈছিল। এজনী ছোৱালী পুষ্পিতা হোৱাৰ তিনিবছৰৰ পিছত বিয়াৰ বাবে তাইক হিন্দু আইনে অনুমতি দিছিল। শাস্ত্ৰকাৰসকলে হিন্দু চিকিৎসাবিজ্ঞানৰ মতৰ প্ৰতি চকু ৰাখিছিল, "ষোলবছৰৰ আগতে এজনী ছোৱালীয়ে স্বাস্থ্যৱান শিশুৰ জন্ম দিব নোৱাৰে।"

ৰক্ষণশীল শ্ৰেণীৰ মুখপাত্ৰ তিলকে জোৰ দি কৈছিল, "পুষ্পিতা হোৱাৰ প্ৰথম নিশাই হোমৰ আহুতি দিয়াৰ পিছত সেই কন্যাগমন কৰাটো এটা সাধাৰণ নিয়ম। এই

নিয়মটো সূত্ৰ ৰচনা কালৰ প্ৰাচীন যুগৰপৰা ২৫০০ বছৰ ধৰি প্ৰচলিত হৈ আহিছে। যদিহে তোমালোকে শাস্ত্ৰ মানিব খোজা, তেনেহ'লে এই এইটোৱেই আচল নিয়ম। এইটো গ্ৰহণ কৰা বা নকৰা, অনুগ্ৰহ কৰি প্ৰাচীন শাস্ত্ৰকাৰক যেন ভুলকৈ ব্যাখ্যা নকৰা। তেওঁলোকক অত্যাচাৰ কৰিবলৈ যত্ন নকৰিবা আৰু আমাৰো ধৰ্মৰ ওপৰত অত্যাচাৰ নচলাবা। টেলাং, ভাণ্ডাৰকাৰ আৰু আনসকলৰ প্ৰতি আমাৰ কবলগীয়া কথা ইমানেই। তেওঁলোকৰ যুক্তিৰ কচৰত দেখুৱাবলৈ আন হাজাৰ হাজাৰ বিষয় আছে। ধৰ্মশাস্ত্ৰ তাৰ বিষয়বস্তু হ'ব নোৱাৰে।...ধৰ্মশাস্ত্ৰ কেনেকৈ ব্যাখ্যা কৰিব লাগে, তোমালোকে যদি নাজানা, তেনেহ'লে অন্ততঃ মনে মনে থাকিবলৈ যত্ন কৰা।"

নিজৰ স্থানৰ পৰা চ্যুত নোহোৱাকৈ ভাণ্ডাৰকাৰে উত্তৰ দিছিল, "শ্ৰী তিলকে ভাবিছে যে আমাৰ বৰ্ত্তমান প্ৰথা দেশৰ সৰ্বত্ৰ প্ৰচলিত। তেওঁ অতি প্ৰাচীন যুগৰ পৰা আমাৰ মাজত অৱতৰণ কৰিছেহি, তাৰ যেন কোনো সাল-সলনি ঘটাই নাই। প্ৰাচীন গ্ৰন্থৰ এটা পাঠ এই প্ৰথাটোৰ লগত খাপ খোৱাকৈ, ব্যাকৰণ আৰু শোভা অক্ষুণ্ণ ৰাখি বিকৃত কৰিছে। তেওঁ এনে এটা ধাৰাৰ অন্তৰ্ভুক্ত যি ভাপ ইঞ্জিন, ইলেক্‌ট্ৰিক্ টেলিগ্ৰাফ বেদৰ মাজত বিচাৰি পায়।"

শাস্ত্ৰ ব্যাখ্যাৰ পাণ্ডিত্যপূৰ্ণ বিতৰ্কতে এই বাদানুবাদ সীমাৱদ্ধ নাছিল। আইনখন সমৰ্থন কৰি পুণেত সংস্কাৰকসকলৰ এখন সভা আহ্বান কৰা হৈছিল। সভা আৰম্ভ হোৱাৰ আগতেই এদল ডেকাই সংস্কাৰকসকলক আক্ৰমণ কৰি সভাঘৰ ভাঙি চূৰমাৰ কৰিলে। সন্মানিত মহান বৃদ্ধলোক ভাণ্ডাৰকাৰক ৰাজহুৱাকৈ অপমান কৰা হ'ল, তেওঁৰ গালৈ শিলগুটি দলিওৱা হ'ল। নিজক বচাবৰ বাবে তেওঁ ভিতৰ সোমাই থাকিল। "সুধাৰক" নামৰ কাগজত তেওঁৰ এজন শিষ্য জি. জি. আগৰকাৰে এই দুৰ্ভাগ্যজনক ঘটনাটোৰ এটা বিবৰণ দিছে। ভাণ্ডাৰকাৰে এই ঘটনা সম্পৰ্কে তেওঁৰ মনোভাৱ এইদৰে ব্যক্ত কৰিছে ঃ

"আৰু এটা কথা, আৰু মই সেইটো কৰিলো। ১৮৬৪ চনৰ পৰা মই কাগজে কলমে বাদানুবাদ চলাই আছিলো। কিন্তু তিলকে যিদৰে পৰিকল্পিত ভাবে অভদ্ৰ আচৰণ কৰিলে, এনে এজন প্ৰতিদ্বন্দ্বীৰ মই কেতিয়াও সন্মুখীন হোৱা নাছিলো। মোৰ কাম হ'ল অবাঞ্ছিত আনকি দুঃখদায়ক। আৰু এতিয়া মই নীৰব হৈ থকাটোৱেই বেছি ভাল হ'ব। কিন্তু এই নীৰবতা আক্ষৰিক অৰ্থত নহয়।"

সেইদৰে নাৰীৰ পুনৰ্বিবাহৰ সমস্যাৰ বিষয়েও ভাণ্ডাৰকাৰে শাস্ত্ৰৰ উদ্ধৃতি দি কৈছে যে প্ৰাচীন কালত ইয়াৰ প্ৰচলন আছিল। অৱশ্যে পিছলৈ এই প্ৰথাৰ প্ৰচলন নোহোৱা হ'ল আৰু মনুৰ সময়ত ই বাল্যবিধবাৰ ক্ষেত্ৰতহে সীমাৱদ্ধ হৈ থাকিল। জৈন গ্ৰন্থকাৰ এজনৰ উদ্ধৃতি দি ভাণ্ডাৰকাৰে কৈছে বাৰ শতিকাৰ আৰম্ভণিৰ কালতো বিধবাবিবাহ প্ৰচলিত হৈ আছিল। পিছতহে ইয়াৰ প্ৰচলন বন্ধ হয়। তাৰ উপৰিও ভাণ্ডাৰকাৰে কেৱল মৌখিক শিকনি দিয়াই নাছিল, তেওঁৰ জীয়ৰী শান্তাবাইক ১৮৯১

চনত শ্ৰী পালাতিকাৰৰ লগত বিবাহ দিছিল। তাৰ বাবে সাৰস্বত সভাই তেওঁক সমাজৰ পৰা বহিষ্কাৰ কৰিব খুজিছিল। ১৮৯১ চনত তেওঁক আনকি তিলকেও তেওঁৰ কাকত "কেশৰী"ত প্ৰশংসা কৰিছিল।

১৮৩০ চনত আইনৰ দ্বাৰা বন্ধ কৰা সতী প্ৰথাৰ ঋগ্‌বেদ সংহিতাত কোনো উল্লেখ নাছিল বুলি তেওঁ দেখুৱাবলৈ যত্ন কৰিছে। অথৰ্ব্ববেদৰ দিনৰ পৰা ইয়াৰ প্ৰচলন হৈছিল যদিও পিছলৈ নোহোৱা হ'ল। আন আন জাতিৰ প্ৰভাৱত ছন্দবদ্ধ স্মৃতিবোৰ ৰচনা হোৱাৰ সময়ত ইয়াৰ পুনৰ উদ্ভৱ হয়।

### পণ্ডিতা ৰমাবাইৰ শাৰদা সদন

স্বভাৱতে সৰল ভাণ্ডাৰকাৰে তেওঁৰ ওচৰলৈ সহায় বিচাৰি অহা লোকৰ আন্তৰিকতাত বিশ্বাস কৰিছিল। ইয়াৰ বাবে তেওঁ সংস্কাৰক আৰু ৰক্ষণশীল দলৰ মাজৰ বিতৰ্কত জড়িত হৈ পৰিবলগীয়া হৈছিল। ১৮৮৯ চনত মুম্বাইত ছোৱালীৰ বাবে এখন আৱাসিক স্কুল স্থাপন কৰা হৈছিল। খৃষ্টান ধৰ্ম গ্ৰহণ কৰা পণ্ডিত ৰমাবাই আছিল এই স্কুলৰ প্ৰতিষ্ঠাতা। "শাৰদা সদন" নামৰ এই স্কুলখনৰ কাৰ্যকলাপৰ বাবে এটা বিতৰ্কত ভাণ্ডাৰকাৰ জড়িত হৈ পৰিছিল। গোড়া দলটোৱে এই স্কুলখনক সন্দেহৰ চকুৰে চাইছিল। কিন্তু ৰানাডে আৰু ভাণ্ডাৰকাৰ প্ৰমুখ্যে সংস্কাৰকসকলে, এগৰাকী খৃষ্টান মহিলাই পৰিচালনা কৰিলেও এই অনুষ্ঠানে আগবঢ়োৱা সুবিধা গ্ৰহণ কৰাত আপত্তিৰ কোনো কাৰণ দেখা নাছিল। লোকমান্য তিলকে তেওঁৰ কাকত কেশৰীত ইয়াৰ বিপক্ষে বহুত প্ৰবন্ধ লিখিছিল। স্ত্ৰীশিক্ষাৰ প্ৰসাৰতকৈয়ো হিন্দু ছোৱালীৰ মাজত খৃষ্টান ধৰ্মৰ প্ৰচাৰ হে যে এই অনুষ্ঠানৰ উদ্দেশ্য আছিল, তাৰ কিছুমান দ্বিধাহীন প্ৰমাণ সংগ্ৰহ কৰিছিল। "শাৰদা সদন"ৰ প্ৰতি সমৰ্থন আগবঢ়োৱা সমাজ সংস্কাৰকসকলক তেওঁ হিন্দু ধৰ্মৰ প্ৰতি বিশ্বাসঘাতক বুলি নিন্দা কৰিছিল। ইয়াৰ ফলস্বৰূপে ৰানাডে আৰু ভাণ্ডাৰকাৰো এই স্কুলৰ উদ্দেশ্যৰ প্ৰতি সন্দিহান হৈ তাৰ সৈতে সম্বন্ধ ত্যাগ কৰিলে। তেওঁৰ ডায়েৰীত ১৯৯৯ চনত ১ জুলাইত লিপিবদ্ধ কৰা টোকাৰ পৰা ভাণ্ডাৰকাৰৰ ঘৃণা ভালদৰে প্ৰকাশ পাইছে।

"পণ্ডিতা ৰমাবায়ে তেওঁৰ প্ৰাৰ্থনা শিশুৰ পৰ্যায়লৈ নমাই নিছে। ধৰ্মান্তৰ গ্ৰহণকাৰীৰ সংখ্যা বঢ়াবৰ বাবে তেওঁ কৰা প্ৰাৰ্থনাৰ ফলস্বৰূপে হেনো আকাল ঘটিছে।...এই আকালটোৱে কণ কণ বহুত ছোৱালীক অনাথ কৰি থৈ গৈছিল। সেইবিলাকক আনি তেওঁ খৃষ্টান ধৰ্মত দীক্ষা দিছিল। ছোৱালীবিলাকৰ অসুখ হ'লে তেওঁ ঔষধ খাবলৈ দিয়াৰ পৰিবৰ্তে প্ৰাৰ্থনা কৰিবলৈ দিছিল।"

কুৎসিৎ প্ৰথাবোৰ অনুসৰণ নকৰিবলৈ ভাণ্ডাৰকাৰে আমাক উপদেশ দিছে। তেওঁ লিখিছে, "আমাৰ মনবোৰ ইংৰাজী শিক্ষাৰ দ্বাৰা আৰু ইংৰাজলোকৰ সংস্পৰ্শলৈ অহাৰ পৰা উদাৰ হোৱাৰ পিছতো আমাৰ নৈতিক অনুভূতিবোৰ মৃত আৰু ন্যায়শূন্য কৰি

নিষ্ঠুৰ সামাজিক প্ৰথাবোৰক উদগনি দি আমি এতিয়াও সেই প্ৰথাবোৰ মানি চলিম নে? নহয়। আমি পাশ্চাত্যৰ প্ৰগতিশীল জাতিসমূহৰ সৈতে একেলগে আগবাঢ়ি যাব লাগিব। আমি তেওঁলোকৰ সৈতে অবিচ্ছেদ্য বান্ধোনেৰে বান্ধ খাইছোঁ। আমাৰ সামাজিক অনুষ্ঠানবোৰ উন্নত হ'ব লাগিব আৰু সেইবোৰ নীতিপূৰ্ণ, যুক্তিপূৰ্ণ আৰু ন্যায়সঙ্গত হ'ব লাগিব। সামাজিক আৰু নৈতিক অগ্ৰগতি অবিহনে, মই দৃঢ় ভাবে কওঁ, ৰাজনৈতিক অগ্ৰগতি সম্ভৱ নহয়।"

নিম্ন জাতিবিলাকৰ অৱস্থাৰ বিষয়েও ভাণ্ডাৰকাৰ অমনোযোগী নাছিল। তেওঁলোকৰ নিৰক্ষৰতা আৰু দুঃস্থ অৱস্থাৰ বাবে তেওঁ বৰ অশান্তি অনুভৱ কৰিছিল। তেওঁলোকৰ স্পৰ্শটোৱো আনকি ঘৃণনীয়! তেওঁলোকৰ সামাজিক স্থানৰ উন্নতি সাধিবলৈ তেওঁলোকে সততে ধৰ্মান্তৰ গ্ৰহণ কৰি খৃষ্টান হৈছিল। ই বৰ দুঃখজনক। ১৯১২ চনত নিম্নজাতিবৰ্গৰ এখন অধিৱেশনত চেয়াৰমেন স্বৰূপে তেওঁ নিজৰ মনৰ ভাৱ ফুটাই তুলিছিল। ১৯০৭-৮ চনত তেওঁ এটা মিলন আন্দোলনত যোগদান কৰিছিল। তেওঁ যুৱকসকলক বিদেশ ভ্ৰমণ কৰিবলৈ উৎসাহ দিছিল। প্ৰাচীন কালত সি নিষিদ্ধ নাছিল। বিদেশ ভ্ৰমণ কৰিলে মানুহে বহুত কথা শিকে। ফলত মন বহল হয়।

সমাজ সংস্কাৰ আন্দোলনৰ উদ্দেশ্য হ'ল, ভাণ্ডাৰকাৰৰ মতে, সমাজৰ দূষিত ৰীতি-নীতি নিৰ্মূল কৰা, যিবিলাকে আমাৰ মানুহৰ শক্তিৰ অৱক্ষয় কৰে আৰু তেওঁলোকৰ শক্তি আৰু সামৰ্থ্যৰ মুকলি প্ৰকাশ ঘটাত বাধা দিয়ে। সমাজৰ পৰিৱৰ্তনবোৰে আপোনা আপুনি কাম কৰিব নালাগে, কিন্তু সেইবিলাকৰ নিয়ন্ত্ৰণ, পথপ্ৰদৰ্শন হ'ব লাগে। নৈতিক চেতনা থাকিব লাগে। ভাণ্ডাৰকাৰে কৈছিল যে আমাৰ অতীতৰ বুৰঞ্জীত এনে অলেখ উদাহৰণ আছে যে ঘটনাবিলাকৰ ওপৰত নিয়ন্ত্ৰণ নাথাকিলে তাৰ ফলটো অযুক্তিকৰ আৰু অনৈতিক হয়। ভাণ্ডাৰকাৰে বৰ্ণনা দিছে, "এজন সমাজ সংস্কাৰক সেই জনেই, যাৰ অন্তৰত ন্যায়পৰায়ণতা, আনৰ কষ্টৰ প্ৰতি গভীৰ সহানুভূতি, নিজৰ দেশ আৰু জাতিৰ প্ৰতি প্ৰেম আৰু ভৱিষ্যতৰ মঙ্গলৰ বাবে যাৰ উদ্বিগ্নতা থাকে।"

ভাণ্ডাৰকাৰে সামাজিক বিষয়ত কোনো আপোচৰ পোষকতা কৰা নাছিল। বৰং তেওঁ ব্যাখ্যা কৰিছিল—কেনেকৈ সংস্কাৰৰ উদ্বোধক শক্তিবোৰ আমাৰ অন্তৰত শক্তিশালী হ'ব লাগে অথচ অতীতৰ সৈতে আমাৰ সম্পৰ্ক বিচ্ছিন্ন নকৰাকৈ সেইবিলাকৰ সন্তুলন ঘটিব লাগে। আমি ফৰাচী বিপ্লৱৰ কাৰ্যক্ৰমণিকা অনুসৰণ কৰিব নালাগে। কিন্তু ইংৰাজলোকৰ কাৰ্যৰ প্ৰণালী আমি গ্ৰহণ কৰিব লাগে কাৰণ আমি তেওঁলোকৰ প্ৰজা। সেইবাবে তেওঁ প্ৰশ্ন কৰিছিল, "আমাৰ মাজত এনে দৃঢ়মনা লোক আছে নে যি "কৰ্ণ্ ল"ৰ সংস্কাৰ সাধন কৰিবলৈ কবডেন আৰু ব্ৰাইটে কৰাৰ দৰে কাম কৰিব আৰু সমালোচনাৰ স্পৃহা লৈ কেৱল আমাৰ দেশৰ প্ৰেমৰ দ্বাৰা উদ্বুদ্ধ হৈ কাম কৰিব?"

সামাজিক বিষয়ত ভাণ্ডাৰকাৰ যি কোনো প্ৰকাৰ সন্ধিৰ বিৰোধী আছিল। তেওঁৰ মতে সমাজ সংস্কাৰ আন্দোলন যুক্তি, সত্য আৰু ন্যায়ৰ ওপৰত প্ৰতিষ্ঠিত হ'ব লাগে।

এনেকুৱা ক্ষেত্ৰত আপোচ অসম্ভৱ। আমাৰ বিবেকে যিটো ন্যায় বুলি ভাবে আৰু যি আমাৰ যুক্তিক স্পৰ্শ কৰে, আমি তাকেই অনুসৰণ কৰিব লাগে। বিদেশলৈ যাওঁতে একো পাপ কৰা নাই বুলি যদি আমি নিজে নিশ্চিত হৈ থাকোঁ, তেনেহ'লে প্ৰায়শ্চিত্ত কৰিবলৈ যাব নালাগে আৰু এইদৰে সমাজৰ পৰা বহিষ্কাৰ হোৱাৰ ভয়ত আমি তাৰ কাষত মূৰ দোঁৱাব নালাগে। এনে ভয়বিলাকৰ নিৰ্ভীকভাবে, সাহসেৰে সন্মুখীন হ'বলৈ তেওঁ আমাক আহ্বান জনাইছে।

অৱহেলিতসকলৰ হিতাৰ্থী ভাণ্ডাৰকাৰে আমাৰ কৃষক শ্ৰেণীৰ চিৰকলীয়া দাৰিদ্ৰ্য আৰু আমাৰ ধন ধাৰে দিয়া লোকৰ উৎপীড়নৰ বাবে উদ্বিগ্ন হৈছিল। ইয়াক এটা সামাজিক অন্যায় বুলি বিবেচনা কৰিছিল। তেওঁ কৃষকক কম সুতত ধাৰ দিব পৰাকৈ কৃষি বেঙ্ক প্ৰতিষ্ঠা কৰিবৰ বাবে পৰামৰ্শ আগবঢ়াইছিল। মহাজনসকলৰ ধনলিপ্সাৰ চিকাৰ দুখীয়া খেতিয়কসকলৰ প্ৰতি চৰকাৰৰ উদাসীনতা দেখি দুখ প্ৰকাশ কৰিছিল।

ঊনৈশ শতিকাৰ ক্ৰমবিকাশৰ সূত্ৰই তেওঁৰ ওপৰত গভীৰ ৰেখাপাত কৰিছিল। ইয়াক এটা মহান আৱিষ্কাৰ বুলি তেওঁ গণ্য কৰিছিল। তেওঁৰ বাবে ই এইটোকেই সূচাইছিল যে সমগ্ৰ বিশ্বত সৰলতাৰ পৰা জটিলতালৈ আৰু মৃত্যুৰ পৰা জীৱনলৈ বাস্তৱ আৰু আধ্যাত্মিক জগতত এক বিবৰ্ত্তন ঘটি আছে। ঈশ্বৰৰ এয়ে নিয়ম যে অসৎ আৰু যুক্তিহীনতালৈ পৰিবৰ্ত্তিত হোৱাৰ সলনি আমি যদি সৎ আৰু যুক্তিযুক্ততাৰ ফালে আগবাঢ়ি গৈ থাকো, আমি বিশ্বৰ নিয়ম মানি চলি ঈশ্বৰৰ সৈতে সহযোগিতা কৰিব পাৰিম।"

এই মহান সমাজ সংস্কাৰকজনৰ আদৰ্শ আছিল এনে ধৰণৰেই। ঊনৈশ শতিকাৰ বিখ্যাত সমাজ সংস্কাৰক ৰাজা ৰামমোহন ৰয়, কেশৱ চন্দ্ৰ সেন, ঈশ্বৰ চন্দ্ৰ বিদ্যাসাগৰ আৰু বিষ্ণু শাস্ত্ৰী পণ্ডিতৰ লগত চন্দাৱাৰকাৰে তেওঁক এখন আসন দিছে।

সমাজ সংস্কাৰ আন্দোলনে প্ৰগতি লাভ কৰা দেখি ভাণ্ডাৰকাৰ সুখী হৈছিল। ১৯১৪ চনত পুণেৰ তৃতীয় প্ৰভিন্সিয়েল চচিয়েল কনফাৰেন্সত দিয়া ভাষণ তেওঁ এইদৰে সামৰিছে ঃ "সামাজিক প্ৰথাৰ দাসত্বৰ পৰা ওপৰলৈ উঠিবলৈ, নিৰ্ভীকভাৱে আমূল পৰিবৰ্ত্তনবোৰ সাধন কৰিবলৈ আৰু নিৰ্ভুলভাবে স্পষ্টৰূপত সমাজসংস্কাৰ আগবঢ়াই নিবলৈ দৃঢ় প্ৰতিজ্ঞ এচাম লোক এই প্ৰজন্মটোত দেখা পাই মই অতিশয় সুখী হৈছো। তেওঁলোকৰ উদ্দেশ্য হ'ল আমাৰ সমাজক অধিকতৰ সুস্থ নীতিৰ ভেটিত পুনৰগঠন কৰা আৰু সকলো ক্ষেত্ৰতে বাধাহীন প্ৰগতিৰ যোগেদি এটা জাতিক গৌৰৱমণ্ডিত আৰু সুখী কৰা।"

# 7

## ধৰ্ম সংস্কাৰক

প্ৰাৰ্থনা সমাজৰ মঞ্চৰপৰা দিয়া বক্তৃতাসমূহৰ সংগ্ৰহ "ধৰ্মপৰ লেখা বা ব্যাখ্যানে"ত প্ৰতিফলিত হোৱা ভাণ্ডাৰকাৰৰ ধৰ্ম সম্পৰ্কে থকা ধাৰণাৰ কথা আমি বুজিব পাৰোঁ। ভাৰতৰ প্ৰাচীন ধৰ্মীয় চিন্তাধাৰাৰ প্ৰতি এই গ্ৰন্থখন এক বিশেষ বৰঙণি। মধ্যযুগীয় মহাৰাষ্ট্ৰীয় ঋষিসকল, যেনে তুকাৰাম, জ্ঞানদেৱ, একনাথ আৰু নামদেৱ আদিৰ বিষয়ে পুনৰ অধ্যয়ন আৰম্ভ কৰি মাৰাঠী সাহিত্যৰ প্ৰতিও ই বিশেষ বৰঙণি আগবঢ়াইছে। সত্য, প্ৰেম আৰু স্বৰ্গীয় ঐক্যতানৰ বিষয়ে পাঠকসকলক অনবৰতে আবেদন জনাইছে। চাৰ এন. জি. চন্দাৱাৰকাৰে লিখিছে, "এই ধৰ্মোপদেশবিলাকে জীৱনৰ ধুমুহা আৰু কষ্টৰ সময়ত মানুহৰ মনক সহায় কৰে। অত্যন্ত দুখৰ মুহূৰ্তবিলাকত মানুহৰ মনৰ অভ্যন্তৰত থকা চৰম আনন্দ জগাই তোলে। তুকাৰাম, নামদেৱ আৰু অন্যান্য ঋষিসকলৰ এই অমৰ গীতবিলাকে মানুহৰ মন স্বৰ্গীয় জ্যোতিৰে উদ্ভাসিত কৰি তোলে।"[২৫]

প্ৰাৰ্থনা সমাজৰ এজন একনিষ্ঠ সদস্য স্বৰূপে ভাণ্ডাৰকাৰে এজন ঈশ্বৰ আৰু মানৱভ্ৰাতৃত্বৰ ওপৰত বিশ্বাস ৰাখিছিল। প্ৰচলিত পূজাপদ্ধতিৰ তেওঁ বিৰোধী আছিল। তেওঁ প্ৰাৰ্থনাত বিশ্বাস কৰিছিল। সেইটোৱেই অন্তৰ শোধন আৰু উন্নত কৰাৰ একমাত্ৰ উপায় বুলি দৃঢ়ভাবে বিশ্বাস কৰিছিল। ভাণ্ডাৰকাৰৰ মতে এই ধৰণৰ জীৱনযাপনে আমাৰ পাৰ্থিৱ কৰ্মত কোনো বাধাৰ সৃষ্টি নকৰে। সেইবাবেই প্ৰাৰ্থনা সমাজৰ সদস্যসকলে, এক ধৰ্মীয় অনুষ্ঠান হিচাপে সমাজ সংস্কাৰৰ শক্তিশালী প্ৰচেষ্টা চলাইছিল। তেওঁৰ বন্ধু ন্যায়াধীশ ৰানাডেৰ লগতে তেৰোঁ বিশ্বাস কৰিছিল যে দেশৰ ৰাজনৈতিক, সামাজিক অৰ্থনৈতিক আৰু ধৰ্মীয় প্ৰগতি পৰস্পৰৰ ওপৰত নিৰ্ভৰশীল। এই পৰস্পৰ নিৰ্ভৰশীলতা এটা আকস্মিক ঘটনা নহয়, কিন্তু আমাৰ প্ৰকৃতিৰ ই এটা নিয়ম।" সমাজ সংস্কাৰৰ কাৰ্যক্ৰমণিকাৰ ভেটি স্বৰূপে আৰু কেৱল এজন পৰম ঈশ্বৰৰ উপাসনাৰ বাবে ধৰ্মসংস্কাৰ কৰিবলৈ প্ৰাৰ্থনা সমাজ প্ৰতিষ্ঠিত হৈছিল। ডা. আত্মাৰাম পাণ্ডুৰাঙৰ ঘৰত ইয়াৰ প্ৰথম

---

২৫. চন্দাৱাৰকাৰৰ আগকথাৰ পৰা।

সভাখন অনুষ্ঠিত হৈছিল। ইয়াৰ অন্যান্য বিখ্যাত সদস্যসকল হ'ল, নাৰায়ণ মাধৱ পৰমানন্দ, বাল মঙ্গেশ ৱাগ্‌লে, মোৰোবা বিনোবা, ভাস্কৰ হৰি ভাগৱত, বাসুদেৱ বাবাজী নৱৰঙ্গে, আৰু ৱামন আবাজী মোদক। জাতি আৰু ধৰ্মমতবোৰে সঙ্কীৰ্ণতা অতিক্ৰম কৰি ব্যক্তিগত আৰু জাতীয় উন্নতিৰ বাবে সত্য আৰু প্ৰেমৰ স্পৃহাৰে আমাৰ অন্তৰবোৰ মণ্ডিত কৰিব লাগে, এই আদৰ্শকেই এই ঋষিসকলে আমাক শিকাইছিল। সামাজিক আৰু ধৰ্মীয় উন্নতিৰ বাবে এই সমাজত যোগ দিয়াসকলৰ ভিতৰত সৰ্বশ্ৰেষ্ঠসকল হ'ল ৰানাডে আৰু ভাণ্ডাৰকাৰ। তেওঁলোকৰ সুদক্ষ পৰিচালনাৰ বাবে ব্ৰাহ্মসমাজৰ ভুলভ্ৰান্তিবোৰৰ পৰা এই সমাজ সাৰি আছিল। এটা পৃথক ধৰ্ম সৃষ্টি কৰিবলৈ ই পৈতৃক হিন্দুধৰ্মৰপৰা ফালৰি কাটি অহা নাছিল। ই খৃষ্টানধৰ্মৰ সৈতে ফেৰ মাৰিবলৈ যত্ন কৰা নাছিল; কিন্তু ভাগৱতসকলৰ আৰু মহাৰাষ্ট্ৰৰ ঋষিসকলৰ প্ৰাচীনতৰ ঈশ্বৰবিশ্বাসৰ সৈতে মিলি যাবলৈ চেষ্টা কৰিছিল। এই সমাজে ভালদৰে বিশ্বাস কৰিছিল যে ধৰ্ম কেৱল এটা আবেগৰ বস্তু নহয়, ই বৌদ্ধিক কথাও।

"ধৰ্মজগতত প্ৰাৰ্থনাসমাজৰ স্থান"[২৬] নামৰ বক্তৃতাত তেওঁ কৈছে যে উপনিষদ, ভাগৱদগীতা, বাইবেল আৰু পৃথিৱীৰ আন আন ধৰ্মসাহিত্যত থকা বিশ্বজনীন ধৰ্মীয় ধাৰণা ইয়াত আছে। কেৱল সমাজেহে দাঙি ধৰিছে যে পৃথিৱীৰ সকলো ধৰ্ম কেৱল এজন ঈশ্বৰৰে হাতৰ কাম। সকলো ধৰ্মবিশ্বাসৰ প্ৰতি সহানুভূতিৰে চাবলৈ এই সমাজে শিক্ষা দিছে। বিভিন্ন ধৰ্মৰ মাজত অসূয়াহে সাধাৰণ নিয়ম হৈ পৰিছে। ভাণ্ডাৰকাৰৰ মতে সকলো ধৰ্মৰ তুলনামূলক অধ্যয়ন কৰিলে ধৰ্মৰ দৃষ্টি পৰিষ্কাৰ হয়। সেইটোৱেই সমাজৰ সদস্যসকলক স্বাধীন দৃষ্টিভঙ্গী লবলৈ আৰু আটাইবিলাক ধৰ্মীয় বিদ্বেষ দূৰ কৰিবলৈ উদ্বুদ্ধ কৰিছিল।

হিন্দু ধৰ্মৰ নামত প্ৰচলিত আটাইবোৰ ধৰ্মৰ প্ৰতি আসক্তি ৰাখিবলৈ তেওঁ মানা কৰিছিল। ভাগৱত আৰু উপনিষদৰ শ্ৰেষ্ঠ অংশ আৰু মধ্যযুগৰ ঋষিসকলৰ বাণী, বৌদ্ধধৰ্ম আৰু খৃষ্টান ধৰ্মৰ পৰাও কিছু কথা লবলৈ তেওঁ পৰামৰ্শ দিছে।

"ঈশ্বৰে কেনেকৈ তেওঁক মানুহৰ আগত ব্যক্ত কৰিছে, ধৰ্ম কি বস্তুৰ প্ৰয়োজন, কিটো কথা অতি আকস্মিক আৰু কেনেকৈ ঈশ্বৰে নিজে মানুহক শিকোৱা সত্যবিলাক মানুহে সানমিহলি কৰি পেলোৱা মানসিক আৰু নৈতিক ভুলবিলাকৰ পৰা পৃথক কৰিব পাৰি",[২৭] সেইবিলাক বিচাৰি উলিয়াবলৈ ভাণ্ডাৰকাৰে নিজে এজন পণ্ডিত স্বৰূপে ধৰ্মৰ অধ্যয়নতো একেই সমালোচনাত্মক আৰু তুলনামূলক পদ্ধতি গ্ৰহণ কৰিছে।

ভাণ্ডাৰকাৰৰ মতে ধৰ্ম মানৱতাৰ এক অবিচ্ছেদ্য অঙ্গ। সেইবাবে ই কোনো বিশেষ জাতি বা দেশৰ মাজত সীমাৱদ্ধ নহয়। মানুহে সদায় এক অদৃশ্য শক্তিৰ

---

২৬. পুনা প্ৰাৰ্থনা সমাজৰ ৩২ তম বাৰ্ষিকী উপলক্ষে ১৯০৩ চনত তেওঁ এই বক্তৃতা দিছিল।

২৭. কলেক্টেড ৱৰ্কছ, খণ্ড ২, পৃ. ৬০৪-৫।

ওপৰত বিশ্বাস ৰাখি আহিছে, যাৰপৰা দৃশ্যজগতৰ সৃষ্টি হৈছে। যাৰপৰা উপকাৰ হয়, তাকে পূজা কৰিব লাগে, সেয়েই শ্ৰদ্ধাৰ্হ। যিসকলে ঈশ্বৰ আৰু আনখন জগতক এটা বিভ্ৰান্তিৰ বাহিৰে আন একো নহয় বুলি কয়, তেওঁলোকক ভাণ্ডাৰকাৰে সুধিছে, পদাৰ্থবিদ্যাত যিবোৰ বস্তু আমাৰ দৃষ্টিগোচৰ নহয়, সেইবিলাকৰ অস্তিত্বত আমি জানো বিশ্বাস নকৰোঁ?

মানৱতাৰ বিকাশত পদাৰ্থবিদ্যাতকৈ ধৰ্মবিশ্বাসৰ কাম উচ্চ পৰ্যায়ৰ। মানুহৰ অন্তৰৰ পৱিত্ৰতা, অনুভূতিৰ মহত্ত্ব, জীৱনৰ চৰম দুৰ্যোগৰ সময়ত বাস্তৱবোধ আৰু মনৰ ভাৰসাম্য ৰক্ষা কৰিবলৈ সত্যৰ প্ৰতি অবিচল নিষ্ঠা আদি গুণবোৰ কেৱল ধৰ্মইহে শিকাব পাৰে।[২৮] মানৱৰ বৌদ্ধিক জাগৃতিৰ প্ৰত্যুষতে যেতিয়া ওপৰৰ আকাশ আৰু তলৰ পৃথিৱীয়ে মানহৰ মন আশ্চৰ্য আৰু প্ৰশংসাৰে উদ্বেলিত কৰিছিল, যেতিয়া তেওঁক চাৰিওফালে আগুৰি থকা দৃশ্যাৱলী অসীম অনন্তৰূপে তেওঁৰ পৰা নিলগত আছিল, আৰু তাৰ ওপৰত তেওঁৰ সুখ-শান্তি নিৰ্ভৰ কৰিছিল, তেতিয়া সেই অসীম আৰু অপৰিহাৰ্যই তেওঁৰ ওপৰত নিজেই বলপূৰ্বক সোমাই পৰিছিল, তেওঁৰ মাজত এজনৰ প্ৰতি শ্ৰদ্ধা আৰু প্ৰেমৰ ভাৱ জগাই তুলিছিল। তেওঁৰ কাষত তেওঁ আঁঠু লৈছিল আৰু তেওঁক পূজা কৰিছিল।

যিসকলে ঈশ্বৰে কেৱল এটা ধৰ্মৰে প্ৰকাশ কৰিছিল বুলি কব খোজে, সেইসকলক ভাণ্ডাৰকাৰে কয়, কেৱল খৃষ্টান ধৰ্মটোৰেই মানুহে প্ৰচলন কৰা নাই। হিন্দুধৰ্ম, বৌদ্ধধৰ্ম, ইছলামধৰ্ম আৰু নানা ধৰ্ম পৃথিৱীত প্ৰচলিত হৈ আছিল আৰু হৈ থাকিব। ইয়াৰ ভিতৰত কেৱল এটা ধৰ্মকহে ধৰ্ম বোলাৰ দাবী কি কি? আটাইবিলাক ধৰ্ম ঈশ্বৰেই প্ৰকাশ কৰিছে কিন্তু মানুহৰ চিন্তাশক্তিৰ দুৰ্বলতাৰ ফলত সৃষ্টিকৰ্তাই তেওঁক দিয়া সত্যৰ সৈতে বিশাল পৰিমাণৰ মিথ্যাচাৰ তেওঁ সানমিহলি কৰিলে। যদি ধৰ্মই তেওঁৰ বাবে সৰ্বশ্ৰেষ্ঠ প্ৰয়োজনৰ বিষয় হ'লহেঁতেন, তেনেহ'লে একেবাৰে আৰম্ভণিতে ঈশ্বৰে মানুহৰ স্বভাৱত তাক ৰোপণ কৰিলেহেঁতেন, আৰু তেওঁ যলৈকে যায়, ছাঁৰ দৰে সিয়ো লগে লগে ফুৰিলেহেতেন। ভাণ্ডাৰকাৰে ভাবে, প্ৰাৰ্থনা সমাজে এতিয়া তাকেই কৰিব খুজিছে।

ভাণ্ডাৰকাৰৰ আৰু প্ৰাৰ্থনা সমাজৰো অত্যন্ত চেষ্টা সত্ত্বেও বিশ্বজনীন ধৰ্মমতৰ এক ঐক্যবদ্ধ ধৰ্মপদ্ধতি হিচাপে ই সৰহদিন বৰ্তি থাকিব নোৱাৰিলে। সেই কথা স্বীকাৰ কৰিবই লাগিব। বঙ্গৰ ব্ৰাহ্মসমাজৰ দৰে ই দ্ৰুতভাৱে নোহোৱা হৈ গ'ল। ই জনসাধাৰণৰ আন্দোলন হ'ব নোৱাৰিলে, কাৰণ ই অতি কম সংখ্যক লোকৰ মাজত, বিশেষকৈ শিক্ষিত শ্ৰেণীৰ মাজতে আৱদ্ধ থাকিল।

ধৰ্মসংক্ৰান্ত কথাত ভাণ্ডাৰকাৰৰ দৃষ্টিভঙ্গী এজন সমালোচক পণ্ডিতৰ। বিভিন্ন ধৰ্মৰ তুলনামূলক অধ্যয়ন আৰু তাৰ অৰ্থই ভাণ্ডাৰকাৰক বিশ্বাস কৰিবলৈ শিকাইছিল

---

২৮. কলেক্টেড ৱৰ্কছ, খণ্ড ২, পৃ. ৬০৬।

যে পৃথিৱীৰ কোনো দেশেই ভাৰতৰ দৰে আচৰিত আৰু অদ্ভুত বিপ্লৱৰ মাজেদি পাৰ হৈ অহা নাই। পৃথিৱীৰ কতো ঈশ্বৰৰ দাসসকলে ইমান স্পষ্টভাবে তেওঁ মানুহৰ আগত ধীৰে ধীৰে দাঙি ধৰা সত্য উদঘাটন কৰা নাই। তেওঁৰ বক্তৃতা "বেচিচ্ অৱ থেইজ্‌ম্ এণ্ড ইট্‌চ্ ৰিলেশ্বন টু দি চ' কল্ড্ ৰিভিল্ড্ ৰিলিজিয়ন"ত[২৯] আমাৰ ধৰ্ম বুৰঞ্জীয়ে আমাক শিকোৱা কথাবোৰ আঙুলিয়াই দেখুৱাইছে।

তেওঁৰ মতে প্ৰাচীন আৰ্যসকলে প্ৰকৃতিৰ দৃশ্যাৱলীত প্ৰথমে তেওঁলোকৰ ঈশ্বৰক আৱিষ্কাৰ কৰিছে। স্বৰ্গ আৰু পৃথিৱীৰ সৃষ্টিকৰ্তা মাত্ৰ এজন ঈশ্বৰ। মানৱ সত্তাই কিছু সময়ৰ বাবে সক্ৰিয়ভাৱে কাম কৰি সুপ্ত হৈ পৰে। শীতল আৰু মৃত আচাৰবোৰে উষ্ণ আৰু জীৱন্ত ভক্তিৰ স্থান দখল কৰে। প্ৰাচীন ঋষিসকলৰ বাবে যি কবিতা আৰু স্তোত্ৰ ঐকান্তিক প্ৰাৰ্থনা আছিল, সেইবিলাককেই আনুষ্ঠানিক পূজাত যান্ত্ৰিকভাৱে আবৃত্তি কৰিবলৈ ধৰা হ'ল। তাৰ আনকি অৰ্থটোৱো বুজিবলৈ চেষ্টা কৰা নহয়। দেৱতাসকলে তেওঁলোকৰ গুৰুত্ব হেৰুৱালে আৰু এই ধৰ্মৰ তত্ত্ববিদসকলে ঈশ্বৰক অস্বীকাৰ কৰিলে আৰু যাগ-যজ্ঞকেই মানৱতাৰ মোক্ষদাতা বুলি ঘোষণা কৰিলে। ইয়াক উপনিষদ, সাংখ্যদৰ্শন আৰু বৌদ্ধধৰ্মই প্ৰত্যাহ্বান জনালে।

উপনিষদে ঘোষণা কৰিলে যে যাগযজ্ঞ কেৱল এখন পাতল নাও। সৰ্বদ্ৰষ্টা আত্মাৰ চিন্তাত তেওঁলোক নিমগ্ন হ'ল। সেই পৰম আত্মাই হ'ল বিশ্বৰ স্ৰষ্টা, উৎস। তেওঁ সৰ্বব্যাপ্ত, অজ আৰু সবাৰে স্বামী। তেওঁ নিত্য আৰু পবিত্ৰ। নিজৰ অন্তৰ আৰু সকলো ঠাইতে তেওঁক দেখা পোৱা এজন লোকে মৃত্যুৰ পৰা মুক্তি পায়। তেওঁ পৰম আনন্দ লাভ কৰে। সাংখ্যদৰ্শনে কৈছে যে সকলো দুঃখ উঘালি পেলোৱাজনেহে পৰম আনন্দ লাভ কৰিব পাৰে। ব্যক্তিগত জীৱ আৰু এটা অদৃশ্য তত্ত্ব প্ৰকৃতিৰ সৈতে সংযোগ ঘটিলেহে ই সম্ভৱ হয়। এই ভাবধাৰা পিছত বৌদ্ধসকলে গ্ৰহণ কৰিছিল। তেওঁলোকে যজ্ঞবিধি নিৰৰ্থক বুলি কৈছিল আৰু বেদ অগ্ৰাহ্য কৰিছিল। মনৰ বাসনা নিয়ন্ত্ৰণ কৰি, অন্তৰ মহান আৰু পবিত্ৰ কৰি কঠোৰ সংযমৰ যোগেদি, তেওঁলোকৰ মতে নিৰ্বাণ লাভ কৰিব পাৰি। ই ভাৰতবৰ্ষৰ সকলো শ্ৰেণীৰ ধৰ্মই কেৱল নাছিল, ই গোটেই পৃথিৱীৰে ধৰ্ম আছিল। এই ধৰ্মমত এটা আসোঁৱাহ আছিল ঈশ্বৰৰ অনাস্তিত্ব। ফলত মানুহৰ এজন বন্ধু বা পৰিত্ৰাণে কৰোঁতাৰ অভাব ঘটিছিল। ভক্তিৰ বাণীয়েহে পিছৰ ফালে ইয়াৰ অভাৱ দূৰ কৰিছিল। মানুহক এই ধৰ্মই নিজৰ পৰিবৰ্তে ঈশ্বৰক ভাল পাবলৈ, নিজৰ পৰিবৰ্তে ঈশ্বৰৰ বাবে জীয়াই থাকিবলৈ আৰু তেওঁতেই চৰম বিশ্বাস আৰোপ কৰিবলৈ শিকনি দিছিল।

ধৰ্ম যে কেৱল এক শ্ৰেণী মানুহৰ বাবে নহয়, সকলোৰে বাবে বৌদ্ধ ধৰ্মই প্ৰথমে অনুভৱ কৰা এই আদৰ্শ পিছত ভক্তিধৰ্মই গ্ৰহণ কৰিলে। ইয়াৰ মুক্তিৰ সকলো উপায়

---

২৯. প্ৰাৰ্থনা সমাজৰ বাৰ্ষিকী উপলক্ষে দিয়া। ১৮৮৩ চনত প্ৰথম প্ৰকাশ।

সকলোৰে বাবে মুকলি আছিল। মধ্যযুগীয় ঋষিসকলে কৃত্ৰিম ধৰ্মৰ বিৰুদ্ধে প্ৰতিবাদ কৰিছিল, ভক্তিৰ বাণী নতুনকৈ প্ৰতিষ্ঠা কৰিছিল আৰু অন্তৰৰ পবিত্ৰতাৰ বিষয়ে কৈছিল। তুকাৰামৰ অভঙ্গত ইয়াক ভালদৰে ফুটাই তোলা হৈছে।

"মই বৈকুণ্ঠৰ অধিবাসী। ঋষিসকলে যি শিক্ষা দিছিল, তাকেই কাৰ্যত পৰিণত কৰিবলৈ মই পৃথিৱীলৈ আহিছোঁ। ঋষিসকলে বান্ধি থৈ যোৱা আলি আমি সাৰি পৰিষ্কাৰ কৰি ৰাখিম। পৃথিৱীখন ঘাঁহবনেৰে ছানি ধৰিছে। যিখিনি বাকী আছে, আমি সেইখিনিকেই লম। পুৰাণৰ সত্য অন্তৰ্হিত হৈছে। শব্দজ্ঞানৰ পৰা ধ্বংস আহিছে।"

"অন্তৰ ভোগত মজি আছে, (ঈশ্বৰৰ) পথ ভাগি গৈছে। আমি ভক্তি ঢোল বজাম। তুকাই কৈছে কলিযুগৰ ভয় দূৰ হ'ব আৰু বিজয় আনন্দত মুখৰিত হ'ব।"[৩০]

ভাণ্ডাৰকাৰে কৈছে, আমি যাতে তুকাৰামৰ দৰে ঋষিসকলৰ বাণী কামত লগাবলৈ নিজক নিয়োজিত কৰোঁ আৰু দেশী-বিদেশী সকলো উৎসৰ পৰা জ্ঞান আহৰণ কৰোঁ। যদি আমি অতি বিনয়েৰে জ্ঞান আহৰণ কৰোঁ, আৰু আমাৰ পথ প্ৰদৰ্শকক নিৰ্ভীকভাবে অনুসৰণ কৰোঁ, তেনেহ'লে ভৱিষ্যতৰ বাবে আমি ভয় কৰিব নালাগে।[৩১]

---

৩০. কলেক্টেড ৱৰ্কছ, খণ্ড ২, পৃ. ৬১৫।

৩১. কলেক্টেড ৱৰ্কছ, খণ্ড ২, পৃ. ৬১৫-৬১৬।

## ৪

# উপসংহাৰ

১৯২৫ চনৰ ১৪ আগষ্টত ভাণ্ডাৰকাৰ জীৱনৰ অৱসান ঘটিল। এজন পণ্ডিত, যশস্বী অধ্যাপক, প্ৰখ্যাত শিক্ষাবিদ, পৃথিৱী বিয়পা খ্যাতিৰ এজন ভাৰততত্ত্ববিদ, এজন সমাজ আৰু ধৰ্ম সংস্কাৰক স্বৰূপে তেওঁ দেশক নানা প্ৰকাৰে সেৱা কৰিছিল। দাদাভাই আৰু ৰানাডেৰ উদাৰপন্থী ভাৱধাৰা তেওঁ গ্ৰহণ কৰিছিল। তেওঁ বিশ্বাস কৰিছিল যে দেশৰ ৰাজনৈতিক প্ৰগতি হ'বলৈ হ'লে সামাজিক, ধৰ্মীয় আৰু অৰ্থনৈতিক সংস্কাৰ ঘটিব লাগিব। সামাজিক আৰু ধৰ্মীয় সংস্কাৰত লিপ্ত হৈ থকাৰ বাবে ভাণ্ডাৰকাৰে ৰাজনীতিত যোগ দিবলৈ সময় পোৱা নাছিল। ইয়াৰ বিপৰীতে তিলকৰ চিন্তাধাৰা ৰাজনৈতিক সংস্কাৰৰ সপক্ষে আছিল। আমাৰ জাতীয় সমস্যাৰ সমাধানৰ সেইটোহে একমাত্ৰ পথ বুলি বিবেচনা কৰিছিল। আদৰ্শৰ সংঘাতৰ বাবে ৰানাডে আৰু আগৰকাৰৰ দৰে ভাণ্ডাৰকাৰ কটু সমালোচনাৰ সন্মুখীন হৈছিল।

ৰাজনীতিত সক্ৰিয়ভাবে অংশ গ্ৰহণ নকৰিলেও ভাণ্ডাৰকাৰ তাৰপৰা একেবাৰে আঁতৰি নাছিল। তেওঁ মুম্বাই এচোচিয়েচন আৰু ডেক্কান সভাৰ সদস্য আছিল। ডব্লিউ. এচ. কেইনৰ প্ৰতি টেম্পাৰেন্স মুভমেণ্টত তেওঁ পূৰ্ণ সহযোগ আগবঢ়াইছিল। ১৮৮৫ আৰু ১৮৮৯ চনত তেওঁ ভাৰতীয় জাতীয় কংগ্ৰেছত উপস্থিত আছিল। দক্ষিণ আফ্ৰিকাৰ বৃটিছ প্ৰজা ভাৰতীয়সকলৰ অভিযোগৰ সংক্ৰান্তত মহাত্মা গান্ধীয়ে পুণে ভ্ৰমণ কৰোতে এখন সভাত ভাষণ দিছিল। সেই সভাখনত ভাণ্ডাৰকাৰে পৌৰোহিত্য কৰিছিল। সকলো শ্ৰেণীৰ লোকে ভাণ্ডাৰকাৰক অতি সন্মান জনাইছিল আৰু তেওঁক এজন ৰাজনীতিৰ বহিৰ্ভূত লোক বুলি বিবেচনা কৰিছিল। গান্ধীজীৰ আত্মজীৱনীৰ পৰা উদ্ধৃত তলত দিয়াৰ কথাখিনিৰ পৰা সি স্পষ্ট ভাৱে প্ৰকাশ পাইছে।

"প্ৰথমতে মই লোকমান্য তিলকক লগ পাইছিলো। তেওঁ কৈছিল,...'দক্ষিণ আফ্ৰিকাৰ প্ৰশ্নটোত কোনো মতভেদ থাকিব নোৱাৰে। কিন্তু অৰাজনৈতিক এজন লোকক সভাপতি পাতিব লাগিব। অধ্যাপক ভাণ্ডাৰকাৰক লগ ধৰক। কিছুদিন ধৰি তেওঁ কোনো ৰাজহুৱা আন্দোলনত অংশ গ্ৰহণ কৰা নাই। কিন্তু প্ৰশ্নটোৱে তেওঁক বাহিৰলৈ উলিয়াই

আনিব পাৰে। তেওঁক দেখা কৰক আৰু তেওঁ কি কয় মোক জানিবলৈ দিব।'... ডা. ভাণ্ডাৰকাৰে মোক পিতৃসুলভ চেনেহেৰে সাদৰ জনালে। দুপৰীয়া সময়ত মই তেওঁক লগ পাইছিলো। সেইটো সময়তো মানুহক লগ ধৰাত মই ব্যস্ত হৈ থকা বাবে এই অক্লান্ত পণ্ডিতজন বৰ মুগ্ধ হৈছিল। আৰু নিদলীয় এজন লোক সভাৰ সভাপতি হ'ব লাগে বুলি মই কোৱাত তেওঁ ততালিকে সন্মতি জনালে।

মোৰ কথা শুনাৰ পাছত তেওঁ ক'লে, 'যাকে আপুনি সোধে, সেয়ে ক'ব, মই ৰাজনীতিত অংশ গ্ৰহণ নকৰোঁ। কিন্তু মই আপোনাক প্ৰত্যাখ্যান কৰিব নোৱাৰোঁ। আপোনাৰ কামটো ইমান শক্তিশালী আৰু আপোনাৰ শ্ৰম ইমান প্ৰশংসনীয় যে আপোনাৰ সভাত যোগ দিবলৈ মই অসন্মত হ'ব নোৱাৰোঁ। আপুনি তিলক আৰু গোখ্‌লেক সুধি ভাল কৰিলে। আপুনি তেওঁলোকক ক'ব, দুখন সভাই যুটীয়াভাবে আয়োজন কৰা এই অনুষ্ঠানত সভাপতিত্ব কৰি মই সুখী হ'ম। মোৰ পৰা আপুনি সভাৰ সময় ঠিক কৰিব নালাগে। তেওঁলোকৰ বাবে যি সময় সুবিধাজনক মোৰ বাবেও সেইটোৱেই হ'ব।'[৩২]

১৮৮৬ চনত ভাণ্ডাৰকাৰে যোচেফ চেম্বাৰলেইনক লগ পায়। তেওঁ ক'লে যে ভাৰতবৰ্ষ শাসন কৰাৰ শেষ দায়িত্ব নিৰ্ভৰ কৰিছে বৃটিছ্ পাৰ্লামেণ্টৰ ওপৰত আৰু ইয়াৰ যোগেদি প্ৰতিজন সদস্য আৰু বিশেষকৈ দলৰ নেতাজনৰ ওপৰত নিৰ্ভৰ কৰিছে।

লেজিচলেটিভ কাউন্সিলৰ সদস্য স্বৰূপে লৰ্ড কাৰ্জনৰ ইউনিভাৰচিটি বিল গৃহীত হোৱাৰ সময়ত তেওঁ চৰকাৰক সমৰ্থন জনাইছিল ১৯০৪ চনত। ইয়াৰ পৰা এটা তিক্ত বাদানুবাদৰ সৃষ্টি হৈছিল। ফিৰোজশ্বাহ মেহতা, লোকমান্য তিলক আৰু আনকি গোখলেই এই কাৰ্য্যৰ প্ৰতি কঠোৰ দৃষ্টি লৈছিল। কেবাটাও ব্যক্তিগত কাৰণত ভাণ্ডাৰকাৰ বৃটিছ সকলৰ ওপৰত অসন্তুষ্ট হৈছিল আৰু তেওঁলোকক সমালোচনা কৰিছিল (এজন ভাৰতীয় বিপ্লবীৰে হাতত নিহত হোৱা বৃটিছ্ বিষয়া মিষ্টাৰ ৰাণ্ডৰ শেষকৃত্যত তেওঁক উপস্থিত থাকিবলৈ অনুমতি দিয়া নহৈছিল আৰু মহাৰাষ্ট্ৰীয়ান পাগুৰি পিন্ধি যাব বুলি কোৱাত দিল্লী দৰবাৰত তেওঁক উপস্থিত হ'বলৈ নিদিছিল)। তথাপি সত্যৰ খাতিৰত স্বীকাৰ কৰিবই লাগিব যে পশ্চিমীয়া শিক্ষাৰ সৃষ্টি স্বৰূপে তেওঁৰ ইংৰাজলোকৰ ন্যায়নিষ্ঠাৰ প্ৰতি তেওঁৰ দৃঢ় বিশ্বাস আছিল আৰু তেওঁলোকৰ সাম্ৰাজ্যৰ ঐক্য বিনাশৰ যিকোনো চেষ্টাৰে তেওঁ বিৰোধী আছিল। যদিও তেওঁৰ কিছুমান ভাষণত ৰাজনৈতিক ধাৰণাৰ কিছুমান উল্লেখ আছে, সেইবিলাক ইমান অস্পষ্ট যে তাৰ পৰা তেওঁৰ ৰাজনৈতিক দৰ্শনৰ কোনো নিশ্চিত ৰূপ ধৰা পেলাব নোৱাৰি।

ধৰ্মীয় আৰু পৰম্পৰাগত দৃষ্টিভঙ্গীয়ে ভাণ্ডাৰকাৰৰ চিন্তাধাৰাত বৰকৈ প্ৰভাৱ পেলাইছিল। বৃটিছ্ বিপ্লৱৰ ক্ৰমশঃ গতিৰ তেওঁ বৰ প্ৰশংসক আছিল। ফৰাচীসকলে লোৱা পদ্ধতিতকৈ ইয়াক উচ্চস্থান দিছিল কাৰণ তেওঁলোকে অতীতৰ পৰা স্পষ্টৰূপত

৩২. এম. কে. গান্ধী ঃ এন অট'বায়গ্ৰাফী, নৱজীৱন পাব্লিচিং হাউচ।

আঁতৰি আহিছিল। তেওঁৰ মহান চৰিত্ৰ, যুৱক সকলৰ উন্নতিৰ বাবে সুবিধা দিয়াৰ প্ৰতি আগ্ৰহী আৰু অধ্যয়নৰ প্ৰতি অচলা ভক্তিৰ বাবে ভাণ্ডাৰকাৰৰ জীৱন আজিও প্ৰেৰণাৰ উৎস হৈ আছে।

মূলতঃ ধাৰ্মিক মনৰ প্ৰাৰ্থনা সমাজৰ সদস্য স্বৰূপে আৰু চৰকাৰী বিষয়া হিচাপে ৰাজনীতি আৰু সমাজ সংস্কাৰ আন্দোলনত স্বতন্ত্ৰ ভূমিকা গ্ৰহণ কৰাৰ তেওঁৰ আগ্ৰহ নাছিল। তথাপি তেওঁৰ আদৰ্শ আৰু ঋষিসুলভ ব্যৱহাৰৰ বাবে তেওঁৰ আদৰ্শ মানুহৰ বাবে অনুকৰণীয়। বৌদ্ধ ধৰ্মৰ মহান প্ৰচাৰক স্মৃতিত স্তুপ[৩৩] ৰচনা কৰাটো তেওঁলোকৰ এটা ৰীতি। কিন্তু প্ৰাচ্যৰ এই মহান পণ্ডিতজনৰ জীৱন্ত স্মৃতিচিহ্ন হ'ল "ভাণ্ডাৰকাৰ অৰিয়েণ্টেল ৰিচাৰ্চ ইনষ্টিটিউট্ অৱ্ পুনা"।

---

৩৩. কৰ্ণাটকি, ডা. ভাণ্ডাৰকাৰ য়াঞ্চে চৰিত্ৰ প্ৰস্তাৱনা, পৃ. ১২।

# ভাণ্ডাৰকাৰৰ ডায়েৰীৰ কেইটামান পৃষ্ঠা

**১-১-১৮৮৯**

হে ঈশ্বৰ, তোমাত মোৰ বিশ্বাস দৃঢ় কৰা যাতে মই জীৱনৰ বাটত নিৰ্ভীকভাবে আগুৱাই যাব পাৰোঁ। মই যেন কেৱল তোমাকেই অনুসৰণ কৰোঁ। মোক অহঙ্কাৰৰ পৰা মুক্ত কৰা, যাতে মানুহৰ পৰা পোৱা অপমানে মোক স্পৰ্শ কৰিব নোৱাৰে। মোৰ বিষয়ে ডাঙৰকৈ ভাবিবলৈ মোৰ কিটো আছে?

**১-১-১৮৯৯**

আৰু এটা বছৰ পাৰ হৈ গ'ল। মোক সহায় কৰা, হে ঈশ্বৰ। মোক তোমাৰ কৰা। তোমাৰ প্ৰতি আৰু তুমি ভাল পোৱা বস্তুৰ প্ৰতি মোৰ অন্তৰ প্ৰেমেৰে ভৰাই তোলা। যিমানেই ক্ষুদ্ৰ নহওক, তোমাৰ সৃষ্টিৰ যাতে মই উপকাৰত আহোঁ, সেয়ে মোৰ অন্তৰৰ একান্ত বাসনা।

**১৪-১-১৮৯৯**

সঁচাকৈয়ে মানুহে নিজৰ অন্তৰক সূক্ষ্মভাবে পৰীক্ষা কৰিব লাগে। আৰু লুকাই থকা আত্ম অহঙ্কাৰৰ দ্বাৰা বিপদগ্ৰস্ত হোৱা অনুভূতি আৰু অভ্যাসবোৰ প্ৰাৰ্থনা আৰু দৃঢ় সঙ্কল্পৰ দ্বাৰা দূৰ কৰিব লাগে। নহ'লে মানুহ সেইবিলাকৰ চিকাৰ হ'ব, যেতিয়া বেয়া স্বাস্থ্যই মন দুৰ্বল কৰি তোলে। হে পৰম ঈশ্বৰ, ৰক্ষা কৰা। আনৰ মাজত দেখা দুৰ্বলতাৰপৰা সঁচাকৈয়ে মোক ৰক্ষা কৰা। মোৰ নিজৰ দোষবোৰৰ প্ৰতি মোৰ চকু মুকলি কৰা। আৰু সেইবোৰ নিৰ্মূল কৰাত মোক সহায় কৰা।

**২১-১-১৮৯৯**

মোৰ ডায়েৰীবিলাক চালো। মোৰ বেয়া লাগিছে। মই তাত আৰু কথা লিখি ৰাখিব নোৱাৰিলো। মানুহৰ অতীত কাৰ্য আৰু অভিজ্ঞতাৰ কথা গভীৰভাবে চিন্তা কৰিলে মনত এটা বেলেগ ধৰণৰ উদ্দীপনা হয়। অতীতটোক সামগ্ৰিকভাবে চিন্তা কৰি চালে ঈশ্বৰৰ অস্তিত্ব তাত অনুভৱ কৰা হয়। অথচ ই যেতিয়া আছিল, তেতিয়া তাৰ প্ৰতি কোনো সচেতন হৈ থকা নাছিল।"[৩৪]

---

৩৪. কৰ্ণাটকি, ডা. ভাণ্ডাৰকাৰ য়াঞ্চে চৰিত্ৰ, পৃ. ৮২-৮৩, ৩৮৬, ৩৮৭।

Laser typeset at Ess Ess Enterprises, New Delhi-110 055
and printed at Beauty Print, New Delhi-110 055